SAMAJ UNNAYAN :—This book deals with the principles and practice in Community Development with reference to the role of of village Panchayats in Community Development. A Comparative study of East and West. Revised and enlarged Edition. Published by JNANASRI PRAKASHALAY Motinagar Shillong-3. Author Sri Gurudatta Bhagawati. Price Rs. 2·00 only.

প্ৰথম তাঙ্গৰণ—মাৰ্চ্চ ১৯৬৫

দ্বিতীয়—তাঙ্গৰণ, পৰিবৰ্দ্ধিত সংস্কৰণ, এপ্ৰিল ১৯৬৬

প্ৰকাশক :

জ্ঞানশ্ৰী প্ৰকাশালয়

মতিনগৰ, শ্বিলং-৩

দাম—দুই টকা



মুদ্ৰক :

শ্ৰীকালী চৰণ পাল

নবজীৱন প্ৰেছ

৬৬, গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# উৎসর্গ

মৰমৰ শ্ৰীমতী লক্ষ্মীদেৱীৰ হাতত

মৰমেৰে

লেখক

# ভূমিকা

শ্ৰীগুৰুদত্ত ভাগৱতী গাওঁত ডাঙৰ হোৱা লোক, তেওঁ গাওঁৰ সমস্যা কি—বুজে। তেওঁ দেশ-বিদেশে ঘূৰিছে, সমাজ-উন্নয়ন আৰু প্ৰৌঢ় শিক্ষা সম্বন্ধেও জ্ঞান আৰু অভিজ্ঞতা লাভ কৰিছে। এনেস্থলত ভাগৱতীৰ 'সমাজ-উন্নয়ন' কিতাপখন যে বিশেষ আৱশ্যকীয় আৰু অনুধাবনযোগ্য ৰচনা তাত সন্দেহ নাই।

সভ্যতাই মানুহক আৰাম দিছে, সুখ-সুবিধা দিছে, আনহাতে সামাজিক সমস্যা কেতবোৰো সৃষ্টি কৰিছে। এই সমস্যাবোৰৰ সমাধানৰ ওপৰতে নিৰ্ভৰ কৰে সভ্যতাৰ স্থায়ী বুনিয়াদ। এইবিলাক কথা উপলব্ধি কৰি পশ্চিমীয়া আনকি ইংলণ্ডৰ দৰে উন্নত দেশতো প্ৰৌঢ় শিক্ষা, জনস্বাস্থ্য আদি বিষয়ত বিশেষজ্ঞসকলে নজৰ দিয়া দেখিবলৈ পোৱা যায়। সেইবোৰ দেশত এইদৰেই কোৱা হৈছে যে স্কুল-কলেজতো মানুহৰ শিক্ষা সম্পূৰ্ণ নহয়, স্কুল-কলেজৰ পৰা ওলাই অহাৰ পিচতো শিক্ষাৰ সুচল থাকিব লাগে; কবলৈ গলে গোটেই জীৱনটোৱেই শিকিবৰ, জানিবৰ আৰু সেই অনুসৰি সমাজমুখী হৈ কাম কৰি যাবৰ প্ৰয়োজন। ছাৰ ৰিচ্ছাৰ্ড লিভিংষ্টোন্ নামে এক বিশিষ্ট শিক্ষাবিদে মন্তব্য কৰিছে বোলে ডেৰকুৰি পাৰ হলেহে মানুহৰ মানসিক পৰিপক্বতা সম্ভৱ হয় আৰু তেতিয়াহে প্ৰকৃত শিকিবৰ সময়।

উন্নত দেশতে যেতিয়া এই কথা, অসম নাইবা ভাৰতবৰ্ষৰ নিচিনা শিক্ষাত পিচ পৰি থকা দেশত যে সমাজ-উন্নয়নমূলক শিক্ষা কিমান বেচি প্ৰয়োজনীয় কোৱা বাহুল্য। শ্ৰীভাগৱতীয়ে লোক-সমাজ বিকাশ বা

কমিউনিটি ডেভেলপমেণ্টৰ তুলনামূলক আলোচনা এটিৰে আৰম্ভ কৰি শিক্ষা, জন-স্বাস্থ্য, পৰিবহন, গৃহনির্ম্মাণ, কৃষি আৰু খাদ্য-উৎপাদন, স্বায়ত্ব-শাসন, পঞ্চায়তৰ ভুমিকা ইত্যাদি সমাজ-উন্নয়নমূলক বিষয় সম্পৰ্কে সুচাৰুভাবে আলোচনা কৰিছে। এনে আলোচনাৰ পৰা আমাৰ শিক্ষিত-অশিক্ষিত সকলো লোকে নিজৰ সমাজ সম্পৰ্কে এটি নতুন বোধ লাভ কৰিব আৰু কিতাপখনত আগবঢ়োৱা মৌলিক সঙ্কেতবোৰৰ পৰা সমস্যাৰ সমাধানৰ কাৰণে উপায়ো পাব। ভাৰসা ৰাখিছো শ্ৰীভাগৱতীৰ কিতাপখনে পাঠকৰ পৰা সমাদৰ পাব।

গুৱাহাটী
৯।৪।৬৬

শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী

## FOREWORD

Dr. Satya Rarjan Barooah,
*Director of Agriculture, Assam.*
*&*
*Director of Fisheries, Assam.*

Shillong,
the 6th March, 1963

I had the pleasure of having a look of Shri G. Bhagawati's work 'SAMAJ UNNAYAN' and read between the lines of Chapter IV, while in manuscript which deals with Agriculture and Food Production, in general way, from the point of view of an expert in Community Development. The chapter itself makes an interesting reading indeed, since it has been written in lucid language. I believe the readers will be benefitted by writer's experience abroad.

I wish the author all success.

**Sd/ S. R. Barooah.**

# অভিমত

## নতুন অসমীয়া

### সমাজ উন্নয়ন

শ্ৰীগুৰুদত্ত ভাগৱতী, মতিনগৰ, শ্বিলং আৰু প্ৰকাশক "জ্ঞানশ্ৰী প্ৰকাশালয়" মতিনগৰ, শ্বিলং ১৩৫ পিঠি। মূল্য ১.৭৫ পইচা।

লণ্ডন বিশ্ববিদ্যালয়ৰ ইনষ্টিটিউট অব এডুকেশ্যনত সমাজ উন্নয়নৰ বিশেষ শিক্ষা লাভ কৰি অহা উৎসাহী চৰকাৰী বিষয়া শ্ৰীভাগৱতীয়ে বৰ আন্তৰিকতাৰে এই কিতাপখনি লিখিছে। উক্ত আন্তৰ্জ্জাতিক খ্যাতি সম্পন্ন শিক্ষানুষ্ঠানত সমাজ উন্নয়নৰ শিক্ষা লাভ কৰিবলৈ যোৱা শিক্ষাৰ্থীসকলে এটা বিষয় বিশেষকৈ অধ্যয়ন কৰিব আৰু অন্বেষণ কৰিব লাগে আৰু এই বিষয়ে অন্বেষ প্ৰবন্ধ ৰচনা কৰিব লাগে। নগৰে গাৱেঁ থকা সমাজ উন্নয়নৰ কৰ্ম্মক্ষেত্ৰৰ কাৰ্য্যাৱলী আৰু পৰ্য্যবেক্ষণ কৰা আৰু সেইবিলাকৰ পৰা বাস্তৱ অভিজ্ঞতা লাভ কৰি লোক সমাজৰ বিকাশৰ কাৰণে তথ্য সম্বল আহৰণ কৰাও তেওঁলোকৰ শিক্ষাৰ অঙ্গ। লিখকে "সমাজ উন্নয়নত গাওঁ পঞ্চায়তৰ ভূমিকা"ৰ বিষয়ে বিশেষ অধ্যয়ন কৰিছিল। তেওঁৰ শিক্ষা অন্বেষ প্ৰবন্ধ আৰু প্ৰতিবেদনৰ আলম লৈয়ে লিখকে এই পুথি লিখিছে। ভাৰতৰ সমাজ উন্নয়ন আৰু সমাজ উন্নয়নৰ মূল নীতি, কৃষি আৰু খাদ্য উৎপাদন, পঞ্চায়ত ৰাজ, সমবায়, জনস্বাস্থ্য, যাতায়ত আৰু পৰিবহন, গৃহ নিৰ্ম্মাণ ইত্যাদি বিষয়ে ইয়াত কোৱা হৈছে। এই প্ৰসঙ্গতে বিলাতৰ সমাজ উন্নয়ন, লৰা-ছোৱালীৰ শিক্ষা বিলাতৰ গাৱঁৰ ঘৰ ইত্যাদি বিষয়ৰো অবতাৰণা কৰা হৈছে। আমাৰ দেশত বৰ্ত্তমান অবলম্বন কৰা পঞ্চায়ত ৰাজৰ সমূহীয়া আচনিত এই কিতাপখনিয়ে বহু পৰিমাণে সহায় কৰিব বুলি আমাৰ বিশ্বাস।

# ALL INDIA RADIO, GAUHATI

**Ref. No. Gau. 11 (5) 64—P 1 & 24-2-66 from Station Director, All India Radio, Gauhati**
**Subject :—talk broadcast on 31-1.64.**

## সমাজ উন্নয়ন

শ্ৰীগুৰুদত্ত ভাগৱতী ৰচিত ১৩৬ পৃষ্ঠাৰ আলোচনামূলক পুথি। প্ৰকাশক জ্ঞান শ্ৰীপ্ৰকাশালয়, মতিনগৰ ছিলং। প্ৰথম প্ৰকাশ, ১৯৬৩

'সমাজ উন্নয়ন' নামৰ পুথিখনত শ্ৰীগুৰুদত্ত ভাগৱতীয়ে তত্ত্ব, তথ্য আৰু ব্যক্তিগত অভিজ্ঞতাৰ ত্ৰিধাৰাৰ সমন্বয় ঘটাইছে। সমাজ উন্নয়ন বা কমিউনিটি ডেভেলপমেণ্টৰ দৰে কাৰিকৰী আৰু জটিল বিষয়বস্তুৰ আলোচনা যথাসম্ভৱ সহজ, সাবলীল আৰু উপাদেয় কৰিবলৈ চলোৱা এনে প্ৰচেষ্টাৰ বাবে লেখক প্ৰশংসনীয়। অসম চৰকাৰৰ বিষয়াৰূপে লণ্ডন বিশ্ববিদ্যালয়ৰ ইনষ্টিটিউট অফ্ এডুকেশ্যনত সমাজ উন্নয়নৰ উচ্চ শিক্ষা লবলৈ গৈ তাত সমাজ উন্নয়নত গাওঁ পঞ্চায়তৰ ভূমিকাৰ বিষয়ে প্ৰতিবেদন দাঙি ধৰি, ইংলণ্ডৰ স্বায়ত্ব শাসনৰ প্ৰশিক্ষণ লৈ ব্যক্তিগত কৰ্ত্তব্য সম্পাদন কৰিয়ে তেওঁ ক্ষান্ত থকা নাই—এই পুথিৰ সাতোটা অধ্যায়ত ভাৰতৰ সমাজ উন্নয়ন আৰু সমাজ উন্নয়নৰ মূলনীতি, বিলাতৰ সমাজ উন্নয়ন, বিলাতৰ বিমান ঘাঁটিত নামিলোঁ যেতিয়া, বিলাতৰ লৰা-ছোৱালীৰ শিক্ষা, কৃষি আৰু খাদ্য উৎপাদন, পঞ্চায়ত ৰাজ, সমবায় আৰু সহযোগিতা, জনস্বাস্থ্য, যাতায়ত আৰু পৰিবহন, গৃহ নিৰ্ম্মাণ, লণ্ডন চহৰৰ জাবৰ জোথৰবোৰ, বিলাতৰ ধাৰ্বত খেৰীঘৰ,' আৰু ৰং ধেমালিৰে চৰিত্ৰ গঠনৰ চুটি দীঘল বিচিত্ৰ আলোচনা দাঙি

ধৰিছে। পুথিখন পঢ়ি যাওঁতে স্বকীয় মন্তব্যৰ প্ৰাদুৰ্ভাৱ, ইংৰাজী উদ্ধৃতিৰ বহুল প্ৰয়োগ, ইংৰাজীৰ পৰা অনুবাদ কৰোঁতে পৰিভাষা-মূলক দুৰ্বোধ্যতা প্ৰায়ে চকুত পৰে। বিলাতৰ নিজা অভিজ্ঞতাৰ বৰ্ণনাবোৰে কৌতুহল আৰু আনন্দ দিয়ে। যেনে—কোৰ্বি নামক এখন গাৱঁলৈ গৈছিলোঁ। তাত দেখিছিলোঁ খেতিৰ পামৰ ঘৰ আৰু গাৱঁৰ মানুহে বসতি কৰা বেছি সংখ্যক ঘৰেই খেৰৰ।...আমাৰ বিলাতৰ অভিজ্ঞতাৰ পৰা ইয়াকে বুজিছিলোঁ যে তাৰ সৰু সৰু লৰা-ছোৱালীহঁতক ৰং ধেমালিৰ মাজেৰে শিকোৱা হয় ( Discipline ) নিয়মানুবৰ্ত্তিতা, সময়ানুবৰ্ত্তিতা (Panctualiy) আৰু সততা (honesty) : এই তিনিটা গুণেইহল পৃথিবীৰ সভ্যজাতি বৃটিছসকলৰ জাতীয় চৰিত্ৰৰ বৈশিষ্ট্য।"

পুথিখন চৰকাৰী বেচৰকাৰী দুয়ো পক্ষৰে বহু পৰিমাণে উপযোগী হব বুলি আমাৰ বিশ্বাস।

---

# লেখকৰ কথা

## প্ৰথম তাঙ্গৰণ

লণ্ডন বিশ্ববিদ্যালয়ৰ ইনষ্টিটিউট অফ্ এডুকেশ্যনত সমাজ উন্নয়নৰ উচ্চ শিক্ষাৰ বিষয়বোৰৰ ভিতৰত এটি বিষয় বিশেষকৈ অধ্যয়ন কৰিব লাগে। বিদ্যাৰ্থীয়ে এই বিষয় তত্ত্ব সংগ্ৰহ কৰি 'অন্বেষ প্ৰবন্ধ' ৰচনা কৰিব লাগে। সেই প্ৰবন্ধ ছুপাৰ্-ভাইজৰ অফ্ ষ্টাডিজ'ৰ দ্বাৰা অনুমোদিত হলে, উক্ত শিক্ষানুষ্ঠানৰ 'সমাজ উন্নয়ন বিভাগ'ত ৰচয়িতাৰ নামে সৈতে সেই অন্বেষ প্ৰবন্ধ অভিলেখিত হয়। তদুপৰি সমাজ উন্নয়নৰ ছাত্ৰ-সভ্যসকলে বিলাতৰ নগৰে-গাৱেঁ থকা সমাজ উন্নয়নৰ বাস্তৱ কৰ্ম্মক্ষেত্ৰৰ কাৰ্য্যাৱলীৰ পৰা সামগ্ৰী গোটাব লাগে। সমাজ উন্নয়নৰ কৰ্ম্মক্ষেত্ৰত সংগঠিত হোৱা সমাজ চক্ৰবোৰত ঘূৰি-ফুৰি, বাস্তৱ অভিজ্ঞতা লাভ কৰি, লোকসমাজ বিকাশৰ নানা তথ্য আহৰণ কৰিব লাগে। সমগ্ৰ পৃথিৱীৰ গ্ৰীষ্মপ্ৰধান দেশবোৰৰ নানা ঠাইৰ পৰা গৈ ইনষ্টিটিউট অফ্ এডুকেশ্যনত সমাজ উন্নয়নৰ উচ্চ শিক্ষা লোৱা বিষয়াসকলে অৰ্থাৎ ছাত্ৰ-সভ্যাই লোকসমাজ বিকাশৰ তথ্য আৰু যাৱতীয় সামগ্ৰী আহৰণ কৰি, বছৰৰ শেষত শিক্ষা সাং হলে প্ৰত্যেকে একোখন তথ্যপূৰ্ণ প্ৰতিবেদন তৈয়াৰ কৰিব লাগে। লেখকৰ বিশেষ বিদ্যাৰ বিষয় আছিল—'সমাজ উন্নয়নত গাঁওঁ পঞ্চায়তৰ ভূমিকা'। উক্ত বিষয়ৰ অনুমোদিত অন্বেষ প্ৰবন্ধ অভিলেখিত

হোৱাৰ পাচত, লেখকে নানা তথ্যসামগ্ৰীৰে বছেৰেকীয়া প্ৰতিবেদন পেশ কৰিছিল। বিলাতত সমাজ উন্নয়নৰ উচ্চ শিক্ষা লাভ কৰাৰ উপৰিও লেখকৰ ইংলণ্ডৰ স্বায়ত্ত শাসনৰ প্ৰশিক্ষণ লোৱাৰ সুবিধা হৈছিল। আৰু তেওঁ প্ৰবন্ধ প্ৰতি-বেদনৰ প্ৰতিলিপি লণ্ডনৰ পৰা অসম চৰকাৰৰ উন্নয়ন বিভাগৰ তেতিয়াৰ আয়ুক্তলৈ আগতীয়াকৈ পঠাইছিল। প্ৰকাশ যে সেই সময়ৰ উন্নয়ন বিভাগৰ আযুক্ত, অসম চৰকাৰৰ বৰ্ত্তমান মুখ্যসচীব শ্ৰীএ. এন কিডৱাই, ( Shri A. N. Kidwai I. C. S., Chief Secretary to the Government of Assam ) মহাশয়ে, সেই প্ৰতিবেদনৰ প্ৰতিলিপি পোৱাৰ পাচত, এক বিশেষ অভিমত লিপিবদ্ধ কৰি থৈছে। তাৰ বাবে লেখক সঁচাকৈ কৃতজ্ঞ।

এতেকে 'সমাজ উন্নয়নত গাওঁপঞ্চায়তৰ ভূমিকা'ৰ অন্বেষ প্ৰবন্ধ আৰু তথ্যপূৰ্ণ প্ৰতিবেদনৰ কেইটামান বিশেষ অধ্যায়ৰ আলম লৈ, লেখকে আজি 'সমাজ উন্নয়ন' ৰাইজৰ আগত নিবেদন কৰিলে। লেখকৰ বিলাতৰ অভিজ্ঞতাৰে লেখা 'সমাজ উন্নয়ন' বিষয়ৰ এই গ্ৰন্থৰ পৰা বৰ্ত্তমান পঞ্চায়ত ৰাজৰ সমূহীয়া আঁচনিত, যদি গাৱঁলীয়া ৰাইজৰ যৎকিঞ্চিতো উপকাৰ হয়, তেন্তে লেখকৰ এই চেষ্টা আৰু বিলাতত লাভকৰা সমাজ উন্নয়নৰ উচ্চ শিক্ষা সাৰ্থক হব। ইতি—

জ্ঞানশ্ৰী
মতিনগৰ—ছিলং
মাৰ্চ্চ—১৯৬৩

লেখক

## শলাগনি

সমাজ উন্নয়নৰ পাণ্ডুলিপি প্ৰস্তুতিত মাজে সময়ে কল্যাণীয় শ্ৰীঅমৰেন্দ্ৰ ভাগৱতীয়ে প্ৰতিলিপি তৈয়াৰ কৰিছিল। তাৰ বাবে তেওঁক লেখকে মৰম জনালে। এই কিতাপৰ পাণ্ডুলিপি প্ৰেচত দিয়াৰ পৰা প্ৰকাশ হোৱালৈ স্নেহভাজন শ্ৰীমান হৰেন্দ্ৰনাথ শৰ্ম্মাই যিমান কষ্ট কৰিছে তাৰ বাবে তেওঁ কেৱল ধন্যবাদৰ পাত্ৰই নহয় লেখক তেওঁৰ ওচৰত বিশেষ কৃতজ্ঞ।

২৫ মাৰ্চ্চ, ১৯৬৩ শ্ৰীগুৰুদত্ত ভাগৱতী

## দ্বিতীয় তাঙ্গৰণ

এই কিতাপৰ প্ৰথম প্ৰকাশ বাহিৰ হোৱাৰ লগে লগে ৰাজ্যৰ সামাজিক শিক্ষাৰ লাইব্ৰেৰী আৰু বুনিয়াদী শিক্ষাৰ কেন্দ্ৰবোৰত এই কিতাপ কিনি ললে। তদুপৰি অসম ৰাজ্যিক চৰকাৰৰ উন্নয়নখণ্ড আঞ্চলিক পঞ্চায়ত আৰু গাওঁ পঞ্চায়তৰ বাবে এই কিতাপ অনুমোদিত। Authority :—Circular No P. D. D. E. 88/63/10 Dated 11th June 1963 from the Deputy Director of Training, Directorate of Development Department Panchayats and Community Projects.

গতিকে প্ৰথম তাঙ্গৰণৰ কিতাপবোৰ অতি সোনকালে বিক্ৰী হৈ শেষ হ'ল। পিচে অসমৰ বিশিষ্ট সাহিত্যিক শ্ৰদ্ধেয় শ্ৰীঅতুলচন্দ্ৰ বৰুৱা আৰু ডক্টৰ শ্ৰীপ্ৰফুল্লদত্ত গোস্বামীদেৱে ইয়াৰ পৰিবৰ্দ্ধিত পূনৰ্সংস্কৰণ লেখি উলিয়াবলৈ উপদেশ দিয়াত আৰু উত্তৰ-পূব সীমান্তৰ শিক্ষা সঞ্চালন অফিচৰ পৰা এই কিতাপৰ ফৰ্ম্মাচ পোৱাত ইয়াৰ পৰিবৰ্দ্ধিত সংস্কৰণ লেখা হ'ল। লগতে ডক্টৰ শ্ৰীগোস্বামীদেৱে এই কিতাপৰ ভূমিকা লেখি পূনৰ্সংস্কৰণৰ সৌস্থৱ বঢ়ালে। এতেকে সাহিত্যিক শ্ৰীবৰুৱা আৰু ডক্টৰ শ্ৰীগোস্বামীদেৱক আমি আন্তৰিক শলাগ জনালোঁ।

নবজীৱনৰ প্ৰেছৰ মুদ্ৰক শ্ৰীকালীচৰণ পাল মহাশয়ে কিতাপখনৰ দ্বিতীয় তাঙ্গৰণ খুব কম সময়ৰ ভিতৰত ছপাই দিয়াত আমি শ্ৰীপাল মহাশয়ৰ ওচৰত কৃতজ্ঞ। লোকসমাজ বিকাশত এই কিতাপৰ সমাদৰ হলে লেখকৰ চেষ্টা সাৰ্থক হব।

পহিলা বহাগ<br>এপ্ৰিল ১৯৬৬ } শ্ৰীগুৰুদত্ত ভাগৱতী

# সূচী-পত্ৰ

## প্ৰথম অধ্যায়


পৃষ্ঠা

ভাৰতৰ সমাজ উন্নয়ন আৰু
লোকসমাজ বিকাশৰ মূলনীতি ... ১-২৮


## দ্বিতীয় অধ্যায়


বিলাতৰ লোকসমাজ বিকাশ ... ২৯-৪৬


## তৃতীয় অধ্যায়


শিক্ষাৰ আধাৰ আৰু ...
বিলাতৰ লৰা-ছোৱালীৰ শিক্ষা ... ৪৭-৬২


## চতুৰ্থ অধ্যায়


কৃষি আৰু খাদ্য উৎপাদন ... ৬৩-৮৩


## পঞ্চম অধ্যায়


পঞ্চায়তৰাজ ... ... ৮৪-১০৩


## ষষ্ঠ অধ্যায়


সমবায় আৰু সহযোগিতা ... ... ১০৪-১০৮

জনস্বাস্থ্য ... ... ১০৯-১১০

যাতায়াত আৰু পৰিবহন ... ... ১১১-১১৭

গৃহনিৰ্ম্মাণ ... ... ১১৮-১২৬

# সপ্তম অধ্যায়

পৃষ্ঠা

বিবিধ


বিলাতৰ মেমৰ সমিতি ... ... ১২৭-১৩২

লণ্ডন চহৰৰ জাবৰ-জোঁথৰবোৰ ... ১৩২-১৩৬

বিলাতৰ গাওঁত খেৰাঘৰ ... ... ১৩৭-১৩৮

ৰং-ধেমালিৰে জাতীয় চৰিত্ৰ গঠন ... ১৩৯-১৪৬



# সমাজ উন্নয়ন

## প্ৰথম অধ্যায়

## ভাৰতৰ সমাজ উন্নয়ন
## আৰু
## লোক সমাজ বিকাশৰ মুল নীতি

**সমাজ ঃ**

সমাজ-বিজ্ঞানৰ বিজ্ঞ পণ্ডিতসকলে সমাজৰ নানা সংজ্ঞা আৱিষ্কাৰ কৰিছে। সমাজ-বিজ্ঞানৰ মূধাফুটাসকলৰ সংজ্ঞা সমক্যভাৱে উপলব্ধি কৰিব নোৱাৰিলেও আমি এইটো জানো যে মানুহ সামাজিক জীৱ।

এই প্ৰসঙ্গত এইটো উল্লেখ কৰাটো সমীচীন হব যে পোক-পৰুৱা পশু-পক্ষীৰো সমাজ আছে। সিহঁত যে সঙ্ঘবদ্ধ তাৰ জলন্ত প্ৰমাণ আমি নিতৌ দেখিছোঁহক। সিহঁতে সঙ্ঘবদ্ধ হৈ যিদৰে উমৈহতীয়া কামবোৰ কৰে সি বাস্তৱতে মানুহৰ অনুকৰণীয়।

পোক-পৰুৱা পশু-পক্ষী বুলিলে সাধাৰণতে আমাৰ চকুত ভাহি উঠে নিতৌ দেখি থকা পৰুৱা-মৌমাখি বান্দৰ ঘোঁৰা-কুকুৰ-শালিকা ইত্যাদি। উদাহৰণ স্বৰূপে নিতৌ দেখি থকা পৰুৱাৰ কথাকে উনুকিয়াওঁহক। কোনো এটি পৰুৱাই যদি তাৰ খাদ্য, পোক এটা, মৰি পৰি থকা দেখে, তেন্তে সেই পোকটো যদি সি অকলে কঢ়িয়াই নিব নোৱাৰে ; তেতিয়া সি গৈ তাৰ সমাজত থকা লগৰীয়া সমনীয়া মিটিৰ-কুটুম-আত্মীয়-স্বজন-জ্ঞাতি-বান্ধব-আটাইকে খবৰ দিয়ে। কিছু সময়ৰ পিচতেই দেখা যায় লানি নিচিগা পৰুৱাৰ দল। লানি-পাতি সিহঁত আটাইয়ে গাঁতৰ পৰা ওলাই আহি সেই পোকটো ডাঙ্গি লৈ যায়। কাৰণ সেই পোকটো হ'ল—সিহঁতৰ উমৈহতীয়া খাদ্যৰ সামগ্ৰী। সিহঁতৰ লাগতিয়াল সেই খাদ্য সামগ্ৰী আটাইয়ে কঢ়িয়াই নি গাতত সোমায় গৈ। উমৈহতীয়া চেষ্টাত সিহঁতৰ খাদ্য, সেই পোকটো সংগ্ৰহ কৰোতে সিহঁতৰ সদৌ সমাজে যুটীয়াভাবে কৰে শ্ৰম দান। সমাজত সেইদৰে সমূহীয়া শ্ৰমদানৰ বিনিময়ত পৰুৱাই পায় খাদ্যৰ যোগান। আকৌ যেতিয়া বানপানী হয় তেতিয়া পৰুৱাৰ গাতত পানী সোমাই গাত উপচি পৰে। পৰুৱাবোৰ হয় নিৰুপায়। বিপদগ্ৰস্ত পৰুৱাবোৰ আটাইয়ে গোট হয়। সকলোৱে গোটখাই লাড়ুৰদৰে মথা এটা হৈ বানপানীৰ প্ৰবল সোঁতত ওপঙি ওপঙি বামত উঠে গৈ। এতেকে দেখা যায় পৰুৱাৰ সমাজেও একতাৰ বলত সঙ্ঘবদ্ধ হৈ

বিপদত প্ৰলয়ঙ্কৰী বানপানীৰ পৰা আত্মৰক্ষা তথা নিজৰ প্ৰাণৰক্ষা কৰে। হাবি-বনে বাস কৰা বান্দৰৰ সমাজো আমি দেখিছোঁহঁক। পক্ষী বা বনৰীয়া জন্তু, বান্দৰে যেনেকৈ জুম-পাতি সমাজত বাস কৰে, তেনেকৈ মানুহেও মানৱ সমাজত সমূহীয়া স্বাৰ্থৰবাবে বাস কৰে। মহামতি এৰিষ্টোটলৰ মতে—মানুহ সামাজিক জন্তু।

পৃথিবীৰ শ্ৰেষ্ঠজীৱ মানুহ। মানব সমাজত আমি বাস কৰোঁ। এই মানব সমাজৰ আদি ক'ত? সমাজৰ আদিতে দেখোঁ মানুহৰ ক্ষুদ্ৰ পৰিয়াল। সমাজৰ আদি অৱস্থাত সেই পৰিয়ালত বাস কৰিছিল হয়তো এহাল মতা-মাইকী। সেই মুনিহ-তিৰুতাই সেই ক্ষুদ্ৰ পৰিয়ালৰ প্ৰথম সমাজৰ সভ্য আছিল। এই ক্ষুদ্ৰ পৰিয়ালতেই ক্ষুদ্ৰতম আদি সমাজৰ সাঁচ পাওঁহক। সেই ক্ষুদ্ৰতম সমাজৰ ক্ষুদ্ৰ পৰিয়ালৰ মতা-মাইকী হালৰ সম্বন্ধ কি? বাস্তৱত এওঁলোক উভয় হ'ল স্বামী-স্ত্ৰী। মতা-মাইকীৰ যি সম্বন্ধ, সেই যৌন সম্বন্ধত প্ৰতিষ্ঠিত এয়ে সেই আদি সমাজ। এতেকে আদি সমাজ যে পৰিয়ালতেই প্ৰতিষ্ঠিত, তাক নুই কৰিব নোৱাৰি। গতিকে দেখা যায় সমাজৰ সম্বন্ধ স্থাপনত যৌন সম্বন্ধ ওতপ্ৰোত ভাবে জড়িত।

পৰিয়ালত থকা মতা-মাইকীৰ পৰা হয় অকণ-অকণ ল'ৰা-ছোৱালী। সেই অকণ-অকণ ল'ৰা-ছোৱালীয়ে হয় ভবিষ্যত সমাজৰ ধৰণীস্বৰূপ। এতেকে মূলতঃ যৌনসম্বন্ধৰ দ্বাৰা আদি সমাজ গঠিত। পৰিয়ালৰ মাজত জন্মে ল'ৰা-

ছোৱালী। সিহঁত ডাঙৰ দীঘল হৈ ডেকা-গাভৰু হয় আৰু সময়ত বুঢ়া-বুঢ়ী হৈ পৰে। এতেকে ক্ষুদ্ৰ ক্ষুদ্ৰ পৰিয়ালেই শেষত গঢ়ি তোলে সমাজ। এই পৰিয়ালবৰ্গৰ ব্যক্তিৰ মাজত থাকে পৰস্পৰ সামঞ্জস্য। সেই সামঞ্জস্যৰ মাজেৰে পৰস্পৰৰ ভাল পোৱা ভাব গঢ়ি উঠে। এয়ে আদি সমাজৰ চমু ইতিবৃত্ত। আচলতে য'ত যৌন সম্বন্ধ নাই, তাত মানৱ সমাজৰ পৰস্পৰ সামঞ্জস্য নাই আৰু সেই সামঞ্জস্যৰ স্বীকৃতি দিয়াৰো প্ৰশ্ন নুঠে। সেই কাৰণে যৌন-সম্বন্ধ নহলে মানব সমাজ গঢ়ি উঠিব নোৱাৰে।

আজিৰ আধুনিক সমাজ সম্পৰ্কত এই কথাটো অলপ খৰচি মাৰি কোৱা যাওক। সৰু সৰু পৰিয়ালৰ পৰা ক্ৰমে সমাজ গঢ়ি উঠে। স্বগোত্ৰীয় লোকৰ যি সামঞ্জস্য, সেই সামঞ্জস্য পৰস্পৰে স্বীকৃতি দিয়াৰ ফলত, মানুহৰ মাজত ভাল পোৱা ভাবৰ উদয় হয়। স্বগোত্ৰীয় লোকৰ তেজৰ সম্বন্ধত ল'ৰা-ছোৱালী ভাই ভাগী, মিতিৰ-কুটুম, আত্মীয়-স্বজন, জ্ঞাতি-বান্ধবৰ সৃষ্টি হয়। সিহঁতে পৰস্পৰে প্ৰীতিৰ-ডোলেৰে বান্ধ খায়। এতেকে তেজৰ সম্বন্ধত গঢ়ি উঠা পৰিয়ালৰ সমষ্টিতেই বৰ্ত্তমান মানব সমাজৰ পাতনি।

আজি আধুনিক সমাজ গঢ়ি উঠিছে অৱস্থা ভেদে সামাজিক সৰ্ত্তত। আজিৰ সমাজৰ বাস্তৱক্ষেত্ৰত কম-বেচি পৰিমাণে হলেও দেখা যায় সমাজৰ ব্যক্তিৰ 'দান' আৰু 'গ্ৰহণ'। ইংৰাজীত ইয়াক 'গিভ্ এণ্ড্ টেক্' বোলা হয়। সাধাৰণত,

এই নীতিত বা সৰ্ত্তত আধুনিক সমাজ গঢ়ি উঠা দেখা যায়। বৰ্ত্তমান সমাজ গঠনত অতি কম পৰিমাণে হলেও সমাজৰ প্ৰত্যেক ব্যক্তিৰ আছে অৰিহণা। আজিৰ সমাজৰ প্ৰত্যেক ব্যক্তিয়ে সমাজ বিকাশৰ বাবে নিজৰ নিজৰ অৰিহণা যোগায়।* সমাজ কল্যাণৰ বাবে সমাজৰ প্ৰত্যেক ব্যক্তিয়ে যেতিয়া কিঞ্চিৎ ত্যাগ কৰে, তথা দান বা অৰিহণা আগবঢ়ায়, তাৰ বিনিময়ত সমাজৰ পৰা তেওঁ পায় মৰম আদৰ বা সুবিধা গ্ৰহণৰ সুযোগ।

এই মানব সমাজৰ ভিতৰতে আছে 'লোকসমাজ'। ইংৰাজীত এই লোক সমাজক 'কমিনিউটি' বোলা হয়। প্ৰত্যেক লোক সমাজ ভাবপ্ৰবন। লোক সমাজৰ ভাবপ্ৰবনতা আৰু স্থান অনুসৰি 'লোক সমাজ বিকাশৰ' ক্ষেত্ৰ স্বকীয়া। আচলতে লোক সমাজ বিকাশেই সমাজ উন্নয়নৰ ভেটিস্বৰূপ। লোক সমাজ বিকাশৰ পাতনি তৰি বাস্তৱত সমাজ উন্নয়নৰ পথত আগবঢ়া হয়। সেই কাৰণে সমাজত থকা গাওঁলীয়া সম্প্ৰদায় তথা গাওঁলীয়া ৰাইজ আৰু চহৰত থকা নাগৰিক সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত যতবোৰ লোক সমাজ আছে, সেই লোক সমাজৰ সমূহীয়া আচনিৰে জনহিতকৰ কামবোৰ কৰিলেহে 'সমাজ উন্নয়ন'ৰ লোক সমাজ বিকাশ, তথা—'কমিনিউটি ডেভলপ্‌মেণ্ট' হয়। তেতিয়াহে হয়—সমাজ উন্নয়ন। এতেকে

---

* Society—Book I—Part—I P 7. Primary Concept By R. M. Maciver And C. H. Page.

সমাজ উন্নয়নৰ প্ৰথম আৰু প্ৰধান কাম হ'ল 'কমিনিউটি ডেভ'লপ্‌মেণ্ট্‌' অৰ্থাৎ 'লোক সমাজ বিকাশ'। এই কিতাপত সমাজ উন্নয়ন প্ৰসঙ্গত 'লোকসমাজবিকাশেই' হব বিশেষ আলোচ্যৰ বিষয়।

মানুহ য'ত বসতি কৰে তাতেই সমাজ। বসতিৰ প্ৰথম অৱস্থাতে তাত অৱশ্যে আধুনিক সভ্য সমাজ সংগঠিত নহব পাৰে, তথাপি য'ত মানুহৰ বসতি তাত সমাজ গঢ়ি উঠে। গতিকে সাধাৰণ সমাজ বুলিলে আমি আমাৰ নিজৰ গাৱঁৰ সৰু সমাজখনৰ কথাহে জানো। তাতোকৈ অলপ ডাঙৰ সমাজ বুলিলে টাউন বা চহৰখনত থকা সমাজ খনৰ কথাকে ভাবোহঁক। তাতোকৈ ডাঙৰ সমাজ বুলিলে গোটেই ৰাজ্য বা সমগ্ৰ দেশ জুৰি যিখন বৃহৎ সমাজ, সেই বিৰাট সমাজখন বুজোঁহঁক। গতিকে দেখা যায় সমাজৰ ক্ষেত্ৰ ক্ষুদ্ৰও হব পাৰে আৰু অতি বৃহতো হব পাৰে। গাওঁ খনৰ যিখন সমাজ সেইখন হ'ল ক্ষুদ্ৰ সমাজ; আৰু সমগ্ৰ জাতি এটাই যেতিয়া এখন দেশ ব্যাপি থাকে, তেতিয়া সেই বিশাল ক্ষেত্ৰৰ যিখন সমাজ, সেই খনেই হ'ল বিৰাট সমাজ।*

সাধাৰণতে সমাজত দুটি 'লোকসমাজ' দেখা যায়। যেনে, গাৱঁলীয়া লোক সমাজ ( Rural community ) আৰু নাগৰিক লোক সমাজ ( Urban community )।

---

* Elements of Social Science—Book I, Chap II by. R. M. Maclver.

সমাজ জাতীয় জীৱনৰ ধৰণী স্বৰূপ। উন্নত সমাজ সভ্যতাৰ প্ৰতীক। গতিকে সমাজৰ সৰ্ব্বাঙ্গীন উন্নতিৰ কামনা কৰাটো প্ৰত্যেক সমাজবাসী তথা নাগৰিকৰ কৰ্ত্তব্য।

আদিম অৱস্থাত 'লোক সমাজ বিকাশ'ৰ কোনো ধৰা-বন্ধা সংজ্ঞা নিৰ্ণয় হোৱা নাছিল।

অতীত ভাৰতত যি সমাজ উন্নয়ন হৈছিল, সি হৈছিল সমাজসেৱাৰ জৰিয়তে। স্বভাৱতঃ ভাৰতৰ অধিবাসী, ধৰ্ম্মভীৰু আৰু দাৰ্শনিক প্ৰকৃতিৰ। 'মানৱ সেৱাই মানৱ ধৰ্ম্ম' এই মূলনীতিত ভাৰতত অতি অতীজত, সমাজ উন্নয়নৰ কাম হৈছিল। সমাজ সেৱাৰ আন্তৰিক স্পৃহাৰে স্বেচ্ছাসেৱকসকলে অতীত ভাৰতত ধৰ্ম্মানুৰাগত প্ৰবুদ্ধ হৈ জন-সেৱা কৰিছিল। তাহানিৰ যুগৰ সমাজ-সেৱকে নিজৰ ত্যাগ আৰু মানৱ সেৱাৰ আদৰ্শৰে জনসাধাৰণক অনুপ্ৰাণিত কৰিব পাৰিছিল। স্থানীয় লোকে সেই মহৎ আদৰ্শ অনুসৰণ কৰিছিল। সেই সময়ত, সৌহাৰ্দ্দ্য, সহযোগিতা, প্ৰেম-প্ৰীতি আৰু আন্তৰিকতাৰে সমাজ উন্নয়ন হৈছিল।

## অতীত ভাৰতৰ লোক সমাজ বিকাশৰ নীতিঃ

সেইকালত দেশৰ আৰ্থিক উন্নতিৰ উপৰিও ভাৰতৰ সমাজ উন্নয়নত নৈতিক উন্নতিহে বিশেষভাৱে পৰিলক্ষিত হৈছিল। তাহানিৰ যুগত আজিৰ দৰে অভাৱ-অনাটন আৰু দাৰিদ্ৰ্যৰ উৎকট হেঁচা নাছিল। কিন্তু আধুনিক বৈজ্ঞানিক যুগত ভাৰতৰ

আৰ্থিক অৱস্থা পানীত হাঁহ-নচৰা। ইয়াৰ কাৰণ, অতীতৰ গৌৰৱময় স্বাধীন ভাৰতৰ শাসন তন্ত্ৰৰ ওপৰেদি বৈছিল শত-শত ধুমুহা। দেশত সঘনে হৈছিল ৰাষ্ট্ৰবিপ্লৱ। ফলত ভাৰতে হেৰুৱাইছিল স্বাধীনতা। পৰাধীনতাৰ কৰাল গ্ৰাসত ভাৰত হৈছিল জুৰুলা-জুপুৰা। মানুহ অৱস্থাৰ দাস। গতিকে ভিন ভিন শাসকৰ শোষণৰ উৎপীড়নত, অন্ন-বস্ত্ৰৰ হাহাঁকাৰত, অভাব-অনাটনৰ হেঁচাত ভাৰতীয়ৰ মাজত সমাজ সেৱাৰ স্পৃহা নাইকিয়া হৈছিল। দুখ-দৈন্য-প্ৰপীড়িত অৱস্থাত মানুহৰ মনত ধৰ্ম্মানুৰাগ কমি গৈছিল। লগে লগে ত্যাগৰ প্ৰবৃত্তিও লোপ পাবলৈ ধৰিছিল। মানুহৰ মনত স্বেচ্ছাসেৱাৰ উদ্যমো নোহোৱা হৈছিলগৈ। শতাব্দীৰ পাচত শতাব্দীব্যাপি পৰাধীনতাৰ শিকলিত বান্ধ খাই থকাত, ভাৰতৰ নৈতিক অৱনতি ঘটিছিল। কিন্তু ভাৰতৰ এনেকুৱা জীৱন-মৰণৰ সন্ধিক্ষণত মহত্মা গান্ধী, কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ প্ৰভৃতি মনীষীসকল ভাৰত ভূমিত আবিৰ্ভাৱ হোৱাত, তেওঁলোকৰ প্ৰেৰণা, ত্যাগ আৰু আদৰ্শই ভাৰতক প্ৰকৃত নাগৰিক জীৱনৰ সন্ধান দিছিল। কবিয়ে দিলে দুৰ্ভাগীয়া দেশক অভূতপূৰ্ব্ব প্ৰেৰণা। সৰ্ব্বত্যাগী মহাত্মা গান্ধীয়ে আনিলে পৰাধীন ভাৰতত জন-জাগৰণ। মহাত্মাৰ আদৰ্শত ভাৰতবাসীয়ে পালে সাহস আৰু নৈতিকবল। সমাজসেৱাৰ স্পৃহাৰে হাজাৰ-হাজাৰ লাখ-লাখ ভাৰতবাসীয়ে দেশ-সেৱাত আত্মনিয়োগ কৰাত ভাৰতত গঠনমূলক কাম আৰম্ভ হ'ল। মহাত্মা গান্ধীৰ নিৰ্দ্দেশানুযায়ী ওঠৰ দফা গঠন-

মূলক কামৰ আঁচনিৰ, সমাজ উন্নয়নৰ কাম ভাৰতৰ নগৰে চহৰে গাঁৱেঁ-ভূঁৱে হবলৈ ধৰিলে। চাওঁতে চাওঁতে মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতে ঘূৰাই পালে লুপ্ত স্বাধীনতা। গতিকে



এইটো কোনেও নুই কৰিব নোৱাৰে যে, ভাৰতৰ স্বাধীনতা আন্দোলনৰ মূলত আছিল লোক সমাজ বিকাশৰ গঠনমূলক জনহিতকৰ কামবোৰ।

**সংজ্ঞা ঃ**

বৃটিছসকলে ভিন ভিন ৰাজ্য আৰু উপনিবেশৰ প্ৰশাসন কাৰ্য্যত অভিজ্ঞতা লাভ কৰিছিল। প্ৰশাসনকালত লোক

সমাজ বিকাশৰ বিষয়ে বৃটিছসকলৰ যি ধাৰণা হৈছিল, সেই ধাৰণা আৰু অভিজ্ঞতাক ভেটি কৰি তেওঁলোকে ইং ১৯৪৮ খৃষ্টাব্দত বহা কেম্‌ব্রিজ সভাত, ইয়াৰ এটি সংজ্ঞা নিৰ্ণয় কৰিছিল। তাৰ পাচত ইং ১৯৫৪ খৃষ্টাব্দত বহা এশ্ৰিজ সভাত (Ashridge Conference) 'লোক সমাজ বিকাশ'ৰ সংজ্ঞা তেনেই সৰল আৰু স্পষ্ট কৰি পেলাইছিল। সেই সংজ্ঞাটি হ'ল এই— জনসাধাৰণৰ ঐকান্তিক আগ্ৰহলৈ সদৌ সমাজৰ উন্নতি কল্পে সমাজবাসীয়ে সংক্ৰিয় অংশ গ্ৰহণ কৰি যি আন্দোলন চলায় সেয়ে 'লোক সমাজ বিকাশ'।*

লণ্ডন বিশ্ববিদ্যালয় ইনষ্টিটিউট অফ্ এডুকেশ্যনৰ 'লোক সমাজ বিকাশ'ৰ অধ্যাপক মিষ্টাৰ ব্যাটেনে 'লোক সমাজ বিকাশ'ৰ সূত্ৰ আৰু সহজ কৰিছে। তেওঁৰ মতে,—'চৰকাৰী বা বে-চৰকাৰী যি কোনো অনুষ্ঠানে যি কোনো অঞ্চলত চলোৱা সকলো প্ৰকাৰৰ উন্নয়নমূলক কামেই 'লোক সমাজ বিকাশ'।†

আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ কাউন্টিবোৰৰ আদিম অৱস্থাত সমাজ উন্নয়নৰ কাম হৈছিল। এতিয়াও তাৰ টাউন আৰু টাউনশ্বীপ বোৰ লোকসমাজ বিকাশৰ কৰ্ম্মক্ষেত্ৰ।'‡

---

* The British idea of Community Development— Rural Welfare Bulletin March 1956—C. C. T. A.

† Communities and their Development, By—T. R. Batten.

‡ Report of Shri Balvantray G. Mehta. Vol. II.

## মূলনীতি ঃ—

লোক সমাজ বিকাশৰ মূলনীতি হ'ল—ভাৰতৰ গাৱঁত নিৰাশা আৰু হা-হুতাশেৰে দৈৱক ধিয়াই থকা মূক জনতাৰ ৬০০ লাখ পৰিয়ালৰ মনোবৃত্তিৰ পৰিবৰ্ত্তন অনা, আৰু গাৱঁলীয়া ৰাইজৰ অন্তৰত আশাৰ সঞ্চাৰ কৰা। আধুনিক আৰ্থিক জগতত গাৱঁবাসীক 'উচ্চভাৱ পোষণ সৰল জীৱন যাপন' নীতিৰে প্ৰগতিৰ পথত অগ্ৰগামী কৰা। গাৱঁলীয়া ৰাইজে জীৱন নিৰ্ব্বাহৰ মানদণ্ড বঢ়াই সুখ-স্বচ্ছন্দতাৰে যাতে আৰু ভাল জীৱন যাপন কৰিব পাৰে, তাৰ বাবে গাওঁবাসীৰ অন্তৰত প্ৰৱল প্ৰবৃত্তি জগাই তোলা।*

## ৰাইজৰ উদ্যোগৰ উদ্দেশ্য ঃ

লোক সমাজ বিকাশৰ উদ্দেশ্য চমুকৈ কবলৈ হ'লে ভাৰতৰ সৰ্ব্বসাধাৰণৰ মাজত সাৰ্ব্বজনীন মিলাপ্ৰীতি, সৌহাৰ্দ্দ্য আৰু সহযোগিতাৰে গাৱঁলীয়া ৰাইজক, তথা ভাৰতক প্ৰগতিৰ পথত আগুৱাই নিয়া। সামাজিক পুৰণি কুপ্ৰথা, অন্ধবিশ্বাস আঁতৰাই, সহযোগিতাৰে পৰিবৰ্ত্তন আনি সমূহীয়া চেষ্টা চলাই ৰাইজৰ অভাৱ-অভিযোগ আঁতৰাই, জনসাধাৰণৰ আৰ্থিক উন্নতি সাধন কৰি ভাৰতত এখন প্ৰগতিশীল কল্যাণময় ৰাজ্য গঢ়ি তোলা। 'লোক-সমাজ-বিকাশ'ৰ এয়ে সেই মহান উদ্দেশ্য। চৰকাৰী কৰ্ম্মচাৰীৰ দ্বাৰা ৰাইজৰ ইচ্ছাৰ বিৰুদ্ধে

* Basic Principles—by S. S. Dhami.

'লোক সমাজ বিকাশ'ৰ কোনো আঁচনি, বলপূৰ্ব্বক কাৰ্য্যত পৰিণত কৰিবলৈ চেষ্টা কৰা নহয়।

ৰাইজৰ আন্তৰিক আগ্ৰহ আৰু ৰাইজৰ ভিন ভিন সমষ্টিৰ সমূহীয়া চেষ্টাৰে ৰাইজৰ সকলো উদ্যোগ চলোৱা হয়। সেয়ে ইয়াক 'ৰাইজৰ উদ্যোগ' বোলা হৈছে।

সমাজৰ সৰ্ব্বসাধাৰণৰ মাজত সাৰ্ব্বজনীন পৰিবৰ্ত্তন আনি মঙ্গলময় ৰাজ্য এখন স্থাপন কৰাটো সহজ নহয়। সমাজৰ মানুহৰ দৈনন্দিন জীৱনৰ ভাবধাৰাৰ পৰিবত্তন আনি সমাজত যুগান্তৰৰ সৃষ্টি কৰাটো অতি গুৰুতৰ আৰু বৰ দায়িত্বপূৰ্ণ।

মানুহৰ সামাজিক জীৱন-ধাৰাৰ পৰিবত্তন অনাৰ দায়িত্ব এজন খ্যাতনামা বিজ্ঞ চাৰ্জ্জনে কৰা অস্ত্ৰোপচাৰৰ সময়তকৈও অতি দায়িত্বপূৰ্ণ।* কাৰণ, চাৰ্জ্জনে অস্ত্ৰপাতিৰে চিকিৎসা কৰা সময়ত কেৱল এজন ব্যক্তিগত ৰোগীৰ জীৱন-মৰণৰ সমস্যা নিৰ্ভৰ কৰে সেই সুনিপুণ চাৰ্জ্জন জনাৰ অস্ত্ৰোপচাৰৰ মুহূৰ্ত্ত কেইটিৰ ওপৰত। কিন্তু সামাজিক পৰিবৰ্ত্তন আনিবলৈ হলে কেৱল এজন ব্যক্তিগত মানুহৰ জীৱনৰ গতি পৰিবৰ্ত্তন আনি-বলৈ চেষ্টা কৰা নহয়; তাত হয় শ, শ, হাজাৰ, হাজাৰ, মুনিহ তিৰোতাৰ বিৰাট সমাজ এখনৰ পুৰুষানুক্ৰমে চলি অহা সদৌ সমাজৰে সাৰ্ব্বজনীন পৰিবৰ্ত্তন।

গতিকে যদি এই পৰিবৰ্ত্তন আনোতে সমাজৰ স্থানীয়

---

* Human Problem in Technological Change.
by—Edward H-Spicer.

ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, কলা-কৃষ্টি, কিবাকৈ খাপ নোখোৱা হয়, আৰু পৰস্পৰৰ ভাবৰ আদান-প্ৰদানৰ সমিল-মিল হোৱাত আউল লাগে,—তেন্তে সমাজত মিলা-প্ৰীতিৰ অভাৱ হয়, আন্তৰিক সৌহাৰ্দ্দ্য নোহোৱা হয় আৰু ৰাইজৰ মাজত সহযোগিতা তেনেই নাইকিয়া হয়। তাৰ ফলত সামাজিক পৰিবৰ্ত্তনৰ ঠাইত নানা বেমেজালি আহে আৰু সমাজ বিশৃঙ্খল হয়। বিশৃঙ্খল সমাজত সৰ্ব্বসাধাৰণৰ মাজত বিক্ষোভ হয়। সমাজ উন্নয়নৰ কাৰণে সাধু চেষ্টা চলি থাকিলেও সেই চেষ্টাত ৰাইজৰ আস্থা নোহোৱা হয়। সেই কাৰণে লোকসমাজৰ পৰিবৰ্ত্তন অনা সময়ত, কাৰ্য্য-পদ্ধতিত আউল লাগিলে, সমাজ ছেদেলি-ভেদেলি হৈ সমাজত একতা নাইকিয়া হয়। সেয়ে বিৰাট বিশৃঙ্খল জনতাৰ ছেদেলি-ভেদেলি সমাজত, ৰাইজৰ কোনো হিতকৰ উদ্যোগেই ঠন ধৰি উঠিব নোৱাৰে।

এতেকে 'লোকসমাজ বিকাশ'ত সমাজত সাৰ্ব্বজনীন পৰিবৰ্ত্তন আনি যুগান্তৰৰ সৃষ্টি কৰি সমাজক নতুন ৰূপ দিবলৈ হলে, বিশেষ প্ৰশিক্ষণপ্ৰাপ্ত কাৰ্য্যদক্ষ, বুদ্ধি-কৌশলত পটু, কষ্টসহিষ্ণু, অভিজ্ঞ আৰু ধৈৰ্য্যশীল কৰ্ম্মী বা সমাজ-সেৱক, নতুবা কৰ্ম্মচাৰী নিতান্ত আৱশ্যক। নহলে সমাজৰ, সৰ্ব্ব-সাধাৰণৰ সাৰ্ব্বজনীন পৰিবৰ্ত্তন আনি সমাজত নতুন ৰূপ দিয়া অতি দুৰূহ হৈ উঠে।

## সমষ্টিৰ বিকাশ ঃ

লোকসমাজ বিকাশত ব্যক্তিৰ বিকাশতকৈ সমষ্টিৰ বিকাশ হোৱাহে দেখা যায়। বাস্তৱত সমাজ উন্নয়নৰ পৰিবৰ্ত্তনৰ যি প্ৰগতি, তাত ব্যক্তি-বিকাশ নহৈ, ঘাইকৈ সমষ্টি বিকাশহে হয়। সমাজ উন্নয়নো সমষ্টি বিকাশেৰেহে হৈ উঠে। কিয়নো সমাজ উন্নয়নৰ পৰিবৰ্ত্তনৰ প্ৰগতিত দেখা যায়, সমষ্টি-বোৰৰ সহযোগিতা। কথাটো চমু আৰু সহজকৈ কোৱা যাওক। সমাজত থকা ভিন ভিন সমষ্টিৰ উদ্দেশ্য, সমষ্টিবোৰে 'লোকসমাজ বিকাশ'ত স্পষ্ট কৰি তোলে; সমষ্টিৰ যি চৰম উদ্দেশ্য তাকো হৃদয়ঙ্গম কৰায়। পৰস্পৰ কাৰ্য্যাৱলীৰ দ্বাৰা সমষ্টিসমূহে জ্ঞানৰ পৰিসৰ বঢ়ায়। লোকসমাজ বিকাশত সমষ্টিৰ ৰাজহুৱা কাম কৰা যি ৰাপ সি ঘনীভূত হৈ উঠে। এনেকৈ সমষ্টি বিকাশ হোৱাৰ ফলত সমষ্টিসমূহৰ পৰা নেতৃত্বৰ সৃষ্টি হয়। যেতিয়া জ্ঞানৰ পৰিসৰ বৃদ্ধি পায় আৰু সমাজত থকা সমষ্টিবোৰৰ পৰা সহযোগিতা হেতু, নেতৃস্থানীয় লোক ওলায়; তেতিয়া সমষ্টিয়ে দায়িত্ব লবলৈ আগবাঢ়ি আহে। সমষ্টিবোৰৰ এনেকুৱা সহযোগিতাৰ পৰা সামাজিক দায়িত্ব লব পৰা নেতৃস্থানীয় লোক বাহিৰ হোৱা হেতু সমষ্টিসমূহ সঙ্ঘবদ্ধ হয়। সমষ্টিৰ নেতাসকলে সঙ্ঘবদ্ধ হৈ সহযোগিতাৰে আন্তৰিক আগ্ৰহেৰে যেতিয়া উমৈহতীয়া উদ্দেশ্যে, সমাজ কল্যাণ হেতু তথা ৰাইজৰ হিতাৰ্থে ৰাজহুৱা অনুষ্ঠান গঢ়ি তুলিবলৈ দায়িত্ব লয়, তেতিয়াই হয় 'লোকসমাজ বিকাশ'ৰ সূচনা।

ভাৰতৰ জাতীয় সম্প্ৰসাৰণ সেৱা আৰম্ভ হোৱাৰ বহু আগেয়ে কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে গাওঁ উন্নয়নৰ আদৰ্শ দাঙি ধৰিছিল। ঠাকুৰৰ প্ৰতিষ্ঠিত শান্তিনিকেতনৰ শ্ৰীনিকেতনত থকা সামাজিক শিক্ষাৰ কেন্দ্ৰই, আজিৰ জাতীয় সম্প্ৰসাৰণত



যি বৰঙনি যোগাইছে ভাৰতৰ সমাজ উন্নয়নত সি এক বিৰাট অৱদান।*

* "Come out of thy meditations and leave aside thy flowers and incense! What harm is there if clothes

ভাৰতৰ জাতীয় জীৱনত জনসাধাৰণৰ নানা সমস্যাৰ সম্মুখীন হোৱা জুৰুলা জুপুৰা কৃষকসকলৰ তিতা-কেঁহা অভিজ্ঞতাৰ পৰা ভাৰতত সমাজ উন্নয়নৰ সকলো প্ৰকাৰ চেষ্টা প্ৰচেষ্টা চলিছে। ভাৰতে কোনো দেশক অনুকৰণ কৰি লোক সমাজ বিকাশৰ 'প্ৰসাৰণ ধাৰণা' লোৱা নাই। ভাৰতৰ দুখীয়া সমাজৰ মাজত হোৱা 'ৰাষ্ট্ৰীয় সম্প্ৰসাৰণ সেৱা' কেনে গুৰুত্বপূৰ্ণ আৰু কিমান মহান, তাক মহাত্মা গান্ধীযে গঠনমূলক কামৰ নমুনাৰে দেশবাসীক বহুকাল আগেয়ে শিকাইছিল।

ভাৰতৰ জনসাধাৰণ, গাঁৱলীয়া খেতিয়কৰ অভাৱ-অনাটনৰ ভেটিত পৰীক্ষামূলক পন্থাৰে ভাৰত ভূমিত 'লোক সমাজ বিকাশ' আপোনা-আপুনি সৃষ্টি হৈছে।

জাতিৰ জনক মহাত্মা গান্ধীয়ে কৈছিল, "যিখন ভাৰতবৰ্ষত বাস কৰি আটাইতকৈ দুখীয়া ভাৰতীয় জনে উপলব্ধি কৰে যে সেইখনেই তেওঁৰ দেশ আৰু প্ৰত্যেকে ব্যক্তিগত মনোভাব প্ৰকাশ কৰি তেওঁৰ বাঞ্ছিত দেশ গঢ়োঁতে সক্ৰিয় অংশ গ্ৰহণ কৰিব পাৰে, মই তেনে এখন ভাৰতবৰ্ষহে গঢ়িম।"* গতিকে

become tattered and stained? Meet Him and stand by Him in toil and in sweat of thy brow."

GITANJALI
Rabindranath Tagore.

* "I shall work for an India in which the poorest shall feel that it is their country in whose making they have an effective voice." . M.K.G

মহাত্মা গান্ধীৰ গঠনমূলক কামৰ উদ্দেশ্য আছিল, ভাৰতীয় তৃথীয়া কৃষক সমাজক সৰ্ব্বাঙ্গীন উন্নত কৰি, প্ৰগতিৰ পথত আগুৱাই নিয়া আৰু সদৌ ভাৰতৰ সমাজ উন্নয়ন তথা সমগ্ৰ দেশৰ বিৰাট পৰিবৰ্ত্তন অনা।

এই প্ৰসঙ্গত আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ কৃষি বিভাগৰ কৰ্ম্মপন্থা উল্লেখ কৰাটো প্ৰণিধান যোগ্য।* যুক্তৰাষ্ট্ৰৰ কৃষি-বিভাগে ইং ১৯৪৯ খৃষ্টাব্দৰ মে মাহত, সমগ্ৰ জগতৰ কৃষি-প্ৰধান দেশসমূহক আহ্বান কৰি, এখন বিশ্ব-সম্মিলন পাতিছিল। তাত পৃথিবীৰ সম্মিলিত কৃষিপ্ৰধান দেশসমূহৰ প্ৰতিনিধিসকলে, যি কাৰ্য্যকৰী পন্থা হাতত ললে কৃষি-প্ৰধান দেশসমূহৰ কেনেকৈ উন্নতি হব পাৰে, সেই বিষয় বিশদ আলোচনা কৰি এক সিদ্ধান্তত উপনীত হৈছিল। সমগ্ৰ জগতৰ কৃষি-প্ৰধান দেশৰ বেলেগ বেলেগ জলবায়ু, আৰু সেই ভিন্-ভিন্ জাতিসমূহৰ পুৰণিকলীয়া কৃষ্টি, কিম্বদন্তী, সাতাম-পুৰুষীয়া আচাৰ-নীতি, আবহমান পৰিবেশ আৰু পাৰিপাৰ্শ্বিক পৰিস্থিতি পুঙ্খানুপুঙ্খকৈ পৰ্য্যবেক্ষণ কৰি, এই আটাইবোৰকে ভেটি কৰি লৈ, কৃষি-প্ৰধান দেশবোৰৰ উন্নতিৰ বাবে কেইটামান নীতি নিৰ্ণয় কৰিছিল। গতিকে আমেৰিকাৰ যুক্তৰাজ্যৰ উক্ত সম্মিলনৰ কৰ্ম্মপন্থাৰ পৰা এইটো দেখা যায় যে, কৃষিপ্ৰধান দেশৰ সমাজ উন্নয়ন কৰিবলৈ হলে, পোন-

* Experience with human factors in Agricultural Areas in the world—U. S Deptt. of Agriculture.

প্ৰথমে কৃষক সমাজৰ কেনেকৈ উন্নতি হয়; সেইটোই প্ৰথম আৰু প্ৰধান লক্ষ্য। সেইদৰে আমাৰ কৃষিপ্ৰধান ভাৰতবৰ্ষতো সমাজ উন্নয়নৰ আঁচনি কৃষিবিষয়ক পৰীক্ষামূলক আঁচনিৰে আৰম্ভ কৰা হৈছে। অৱশ্যে এইটো সঁচা যে ভাৰতে স্বায়ত্ব শাসন পোৱাৰ পিচৰ পৰা গাঁও-উন্নয়নৰ আচনি হাতত লৈ সমাজ উন্নয়নৰ উদ্দেশ্যে, আশাশুধীয়া চেষ্টা কৰি আহিছে। উত্তৰ প্ৰদেশৰ 'ইটোৱা'ত হোৱা ইং ১৯৪৮ খৃষ্টাব্দত পৰীক্ষা-মূলক আঁচনিৰ অভিজ্ঞতা আৰু তাৰ পাচত পঞ্জাৱত হোৱা 'নীল' খেৰিৰ পৰীক্ষামূলক আঁচনিত যি-কৃতকাৰ্য্যত লাভ কৰা হৈছিল, সেয়ে ইং ১৯৫০ খৃষ্টাব্দৰ 'ভাৰতৰ পৰিকল্পনা আয়োগ'ক লোক সমাজ বিকাশৰ আঁচনি গঢ়াত বিশেষ উদ্গনি দিছিল।

ভাৰতৰ অন্নসমস্যা সমাধান এতিয়াও হোৱা নাই। আজিও ভাৰতত ভাত-কাপোৰৰ অভাৱ অনাটন। গতিকে খাদ্যবস্তু



উৎপাদন কৰি অন্ন-সমস্যা সমাধান কৰাটো ভাৰতৰ প্ৰথম আৰু প্ৰধান কাম বুলিয়েই 'ভাৰতৰ পৰিকল্পনা আয়োগে'

কৃষি-প্ৰধান ভাৰতত খেতিৰ মাটি সাৰুৱা কৰি খেতি কৰি খাদ্য উৎপাদনৰ বিৰাট আঁচনি হাতত লৈছে। 'লোক সমাজ বিকাশ'ত ৰাইজৰ উদ্যোগবোৰো এই মূল আঁচনিৰ ভেটিত প্ৰতিষ্ঠিত।

ভাৰতৰ বিৰাট জনতাৰ শতকৰা ৭৫ জন কৃষক। সমগ্ৰ ভাৰত পাঁচ লাখ গাঁৱেৰে জোৰা। কৃষক সমাজৰ নানা সমস্যাৰে ভৰপূৰ কৃষিপ্ৰধান ভাৰতবৰ্ষখনেই হ'ল লোক সমাজ বিকাশৰ কৰ্ম্মক্ষেত্ৰ।

ভাৰতীয় জাতিৰ জনক মহাত্মা গান্ধীৰ জন্মদিবস উপলক্ষে, ইং ১৯৫২ খৃষ্টাব্দৰ দুই অক্টোবৰ তাৰিখে, পৰম পবিত্ৰ 'গান্ধী জয়ন্তী'ৰ দিনা, ভাৰত চৰকাৰে লোক সমাজ বিকাশৰ প্ৰথম পাতনি তৰে। জাতিৰ জনক মহাত্মা গান্ধীৰ বাঞ্ছিত ভাৰত গঢ়ি তুলিবলৈ মহান আদৰ্শ লৈ, ভাৰত চৰকাৰে দেশ গঢ়িবলৈ ললে। ভাৰতৰ জনসাধাৰণৰ জীৱন যাপনৰ মানদণ্ড বঢ়াই আধুনিক উপায়েৰে দেশক সৰ্ব্বাঙ্গীন উন্নত কৰি এখন মঙ্গলময় ৰাষ্ট্ৰ স্থাপনাৰ্থে দেশত গাঁও উন্নয়নৰ পাতনি তৰা হ'ল। 'লোক সমাজ বিকাশ'ৰ আঁচনিৰে দেশত কাম আৰম্ভ হ'ল।

নতুন ভাৰতত 'লোক সমাজ বিকাশ' ৰাইজৰ উদ্যোগ পণ্ডিত নেহেৰুৰ ভাষাত 'সমগ্ৰ ভাৰতৰ যৌথ অভিযান (Joint Stock Enterprise of India. Ltd) চলিল। ভাৰতে পাঁচ বছৰীয়া পৰিকল্পনাৰে জনসাধাৰণৰ জীৱন যাপনৰ মানদণ্ড বঢ়াবলৈ ললে। প্ৰত্যেক পাঁচ বছৰে, পাঁচ বছৰে,

পৰিকল্পনা হাতত লৈ ভাৰতৰ আথিক মানদণ্ড বঢ়াবলৈ যত্ন কৰিলে। ইং ১৯৫৬ খৃষ্টাব্দৰ পহিলা এপ্রিলৰ পৰা বিশ বছৰৰ পিছত, প্রত্যেক ভাৰতীয়ৰ বছৰি আয়ৰ এটি লক্ষ্য



( target ) স্থিৰ কৰিলে। আৰ্থিক জগতত ভাৰতীয়ৰ অৰ্থনৈতিক জীৱন প্রসঙ্গত এইটো উল্লেখ কৰিব পাৰি যে, ভাৰতীয়ৰ বছৰেকীয়া আয় যোৱা ১৯৫৬ চনৰ ১লা এপ্রিলত আছিল গড়-হিচাপত ২৮১১ টকা মাত্র। ভাৰতৰ পৰিকল্পনা আয়োগে এনে এখনি আঁচনি হাতত লৈছে যে ইং ১৯৫৬ চনৰ ১লা এপ্রিলৰ পৰা, চাৰিটা পাঁচ বছৰীয়া পৰিকল্পনাৰ শেষত যাতে প্রত্যেক ভাৰতীয়ৰ বছৰি আয় গড়ে অন্ততঃ

৪৫৬৲ ( চাৰিশ চাপন্ন ) টকা হয় গৈ। এইটো লক্ষ্য পাবলৈ পৰিকল্পনা আয়োগে চৰকাৰক বিশেষ পৰামর্শ দিছে। এই পৰিকল্পনাৰ কৃতকার্য্যতাৰ বাবে ভাৰতত গাঁও উন্নয়ন তথা লোক সমাজ বিকাশৰ কাম ইমান দ্রুত গতিত হবলৈ ধৰিছে।

স্থানীয় ৰাইজৰ অভাব-অভিযোগ দূৰ কৰিবলৈ সমূহীয়া চেষ্টাৰে কৰা চিন্তাশীল আঁচনি তৈয়াৰ কৰি 'লোক সমাজ বিকাশ'ৰ প্রত্যেক উদ্যোগ আৰম্ভ কৰা হয়। ৰাইজৰ উদ্যোগ সমূহীয়া চেষ্টাৰ ফল।

গাঁও উন্নয়নতেই লোক সমাজ বিকাশৰ ভূমিকা। সমাজ উন্নয়ন কৰিবলৈ হলে গাঁৱলীয়া খেতিয়ক সকলৰ সমস্যাবোৰ সমাধান কৰাটো অতিশয় জৰুৰী। তুখীয়া গাঁৱলীয়া খেতিয়কৰ সমস্যা সমাধান কৰোঁতে তলত উনুকিওৱা বিষয় কেইটাৰ উন্নতি সাধন কৰাটো তেনেই অপৰিহার্য্য। যথা ঃ—

## সমাজ উন্নয়নৰ প্রধান বিষয়বোৰ ঃ

(১) কৃষি (২) যাতায়াতৰ পথ আৰু যানবাহন (৩) সাধাৰণ শিক্ষা (৪) জনশিক্ষা (৫) জনস্বাস্থ্য (৬) পশুপালন আৰু পশু চিকিৎসা (৭) কার্য্যকৰী প্রশিক্ষণ (৮) গাঁও পঞ্চায়ত (৯) সমবায় (১০) সামাজিক শিক্ষা (১১) গৃহনির্ম্মাণ (১২) কুটীৰ শিল্প (১৩) গাঁৱৰ নিবনুৱা সমস্যা দূৰীকৰণ (১৪) গাঁৱত থকা বনুৱা কর্ম্মীবৃন্দৰ যথাস্থানত উপযুক্ত নিয়োগ ইত্যাদি।

উক্ত বিষয়বোৰৰ উন্নতি সাধনৰ বাবে সুনিশ্চিত আঁচনিৰ আৱশ্যক। আঁচনি তৈয়াৰ কৰাৰ আগতে, ৰাইজৰ উদ্যোগ সাধনত লোক সমাজ বিকাশৰ সমূহীয়া আঁচনিৰ এক বিশেষ কাৰ্য্যবিধি ( Procedure ) মানি চলিব লাগে।

উক্ত বিষয়বোৰৰ উন্নতি হলেহে ভাৰতৰ দুখীযা গাঁৱলীয়া খেতিয়ক ৰাইজৰ সমস্যাবোৰ সমাধান হব পাৰে। সেই কাৰণে লোক সমাজ বিকাশৰ সমূহীয়া আঁচনিত ওপৰত উন্মুকিয়াই অহা বিষয়বোৰৰ উন্নতিৰ কাৰণে বৰ্ত্তমান ৰাইজৰ উদ্যোগবোৰ ( Community Projects ) হব ধৰিছে।

## ৰাইজৰ উদ্যোগ ঃ

বৰ্ত্তমান যি পদ্ধতিত ৰাইজৰ উদ্যোগ সাধনৰ কাম চলিছে তাত ৰাইজৰ আগ্ৰহ আৰু বৰঙনিতকৈ চৰকাৰৰ বৰঙনি বেচি। ৰাইজৰ পৰা উদ্যোগ প্ৰতিষ্ঠা কৰি দিয়াৰ দাবী অহাৰ আগতে, চৰকাৰে আগধৰি উদ্যোগ প্ৰতিষ্ঠা কৰি দিয়া দেখা যায়। এই উদ্যোগ প্ৰতিষ্ঠা চৰকাৰী আৰ্থিক বছৰৰ শেষ ছোৱাত বৰ বেচিকৈ হোৱা দেখা যায়। তেনেকৈ চৰকাৰে উদ্যোগ সমাধা কৰি দিয়াৰ ফলত, সমাজৰ যি ৰাজহুৱা সম্পত্তি গঢ়ি উঠে, তাৰ পৰিচালনা আৰু ৰক্ষণাবেক্ষণৰ ভাৰ লোৱাত ৰাইজৰ তৰফৰ পৰা ক্ৰটি ঘটা দেখা যায়। সময়ত তেনেকুৱা উদ্যোগত গঢ়ি উঠা ৰাজহুৱা অনুষ্ঠান, ৰাইজৰ দ্বাৰা সদ্ব্যৱহাৰ কৰা দেখা নেযায়। লোক সমাজ বিকাশৰ এনেকৈ গঢ়ি উঠা

উদ্যোগবোৰৰ উদ্দেশ্য বিফল হয়। সেই কাৰণে ৰাইজৰ উদ্যোগৰ আৰম্ভণিৰ পৰা সামৰণি লৈ লোক সমাজ বিকাশৰ কাৰ্য্যবিধি সুকীয়া। সেই সুকীয়া কাৰ্য্যবিধিৰে উদ্যোগ আৰম্ভ কৰি তাক সুকলমে সমাধা কৰিব পাৰিলে, উদ্যোগৰ ফল স্বৰূপ যি ৰাজহুৱা সম্পত্তি গঢ়ি উঠে, সি হয় স্থায়ী, আৰু তাৰ দ্বাৰা সমাজ বিশেষ উপকৃত হয়। এতেকে 'লোক সমাজৰ বিকাশ'ৰ কি সুকীয়া কাৰ্য্যবিধি তাক চমুকৈ উন্নুকিওৱা যাওক।

## কাৰ্য্যবিধি :—

অভাৱ-অনাটনৰ হেঁচাত, মানুহে যেতিয়া দৈৱক দোষ দি হা-হুতাশত দিন কটায় আৰু দাৰিদ্ৰ্যৰ কৰাল গ্ৰাসত পৰে, তেতিয়া তেনেই উপায়হীন হৈ পৰে। সেই আঞ্চলিক সমাজৰ কিহৰ অভাৱ তাক উপলব্ধি কৰিব পৰা শক্তি তেওঁলোকৰ লোপ পায়—'ঈশ্বৰে যি কৰে সেয়ে হব' 'সকলো ঈশ্বৰৰ ইচ্ছা' বুলি ভাবি তেওঁলোকে হাত সাবটি বহি থাকে। তেনেকুৱা লোকসকলৰ সামাজিক কামৰ প্ৰতি আগ্ৰহ নাইকিয়া হয়। ৰাইজৰ উদ্যোগৰ বিষয়ে তেওঁলোক নিষ্ক্ৰিয় হৈ পৰে। গাৱঁলীয়া ৰাইজৰ দুখীয়া খেতিয়ক সম্প্ৰদায়ৰ সৰহ সংখ্যকেই এনে মনোবৃত্তিৰে কাল যাপন কৰে।

(ক) এতেকে লোক সমাজ বিকাশৰ কৰ্ম্মী তথা সমাজ-সেৱক বা গাওঁসেৱকে আঞ্চলিক সমাজৰ দৈনন্দিন জীৱনৰ

প্ৰাথমিক অভাৱবোৰ জানি লোৱা উচিৎ। স্থানীয় ৰাইজে সেই সমাজৰ উমৈহতীয়া অভাব যাতে উপলব্ধি কৰে, তাৰ চেষ্টা চলোৱা অতি আৱশ্যক। লগতে ৰাইজৰ উমৈহতীয়া অভাৱবোৰৰ শ্ৰেণীকৰণ কৰা যুগুত।

( খ ) নিত্য-নৈমিত্তিক যিবোৰ প্ৰাথমিক অভাৱ সেই-বোৰ যে ৰাইজক লাগে, আগতীয়াকৈ, সেইটো ৰাইজক অনুভব কৰোৱাৰ ব্যৱস্থা হব লাগে।

( গ ) ৰাইজৰ সাধাৰণ অভাৱ পূৰণৰ বাবে আন্তৰিক আগ্ৰহ আৰু সমূহীয়াকৈ আশাশুধীয়া চেষ্টাৰ সৃষ্টি কৰিব লাগে।

( ঘ ) সেই সমূহীয়া চেষ্টা ফলৱতী কৰিবলৈ লাগে সমাজত থকা সমূহৰ সমষ্টি সংহতি আৰু আন্তৰিক সহযোগিতা।

( ঙ ) অভাৱবোৰৰ শ্ৰেণীকৰণ হৈ যোৱাৰ পাচত সমষ্টি-বোৰৰ সহযোগিতা আৰু পৰস্পৰ সমিল-মিল ভাবেৰে উদ্যোগবোৰৰ আৱশ্যকতা অনুযায়ী কোনটো উদ্যোগৰ পাচত কোনটো উদ্যোগৰ কাম হাতত লোৱা প্ৰয়োজন, উদ্যোগ পৰিকল্পনা কৰোতে ঠিক কৰা উচিত আৰু সৰ্ব্বসম্মতিক্ৰমে স্থানীয় অঞ্চলত উদ্যোগ প্ৰতিষ্ঠাৰ সুকীয়া সুকীয়া স্থান নিৰ্ণয় কৰা যুগুত।

( চ ) তাৰ পাচত পৰিকল্পনানুযায়ী উদ্যোগ সাধনৰ আহিলা আহৰণ কৰি, ভিন ভিন সমষ্টিৰ নেতাসকলে, সমূহীয়া

আঁচনিৰ যুটীয়া দায়িত্ব লৈ আগ বাঢ়ি আহি, উদ্যোগৰ কাম হাতত লোৱা উচিত।

( ছ ) 'ৰাইজে নখ জোকাৰিলে নৈ বয়' কথাষাৰ ৰাইজৰ উদ্যোগত বিশেষভাবে খাটে। যথাশক্তি ৰাইজৰ প্ৰত্যেকে বল-বুদ্ধি-চেষ্টা-পৰিশ্ৰম, আনকি আৰ্থিক সাহায্য ৰাইজৰ উদ্যোগ সাধনত আগবঢ়োৱা যুগুত। ৰাইজৰ প্ৰত্যেকে অৰিহণা যোগালেহে ৰাইজৰ উদ্যোগ গঢ়ি উঠে।

( জ ) ৰাইজে ইমানখিনি আগবঢ়াৰ পাচত, যদি আৰ্থিক অনাটন, উদ্যোগ সাধনৰ লাগতিয়াল যাৱতীয় বস্তু আৰু আহিলাপাতিৰ অভাৱ হয়, লগতে কাৰিকৰী উপদেশ দৰ্কাৰ হৈ পৰে, তেতিয়া চৰকাৰৰ পৰা ৰাইজৰ যি ন্যায্য প্ৰাপ্য তাৰ বাবে ৰাষ্ট্ৰীয় চৰকাৰ অথবা স্থানীয় চৰকাৰৰ পৰা উদ্যোগ সাধনৰ বাবে সাহায্য দাবী কৰিব লাগে। ৰাইজে প্ৰকৃত নাগৰিকৰ কৰ্ত্তব্য কৰি গলে, চৰকাৰৰ ওচৰত ভিক্ষা বিচাৰি যাব নালাগে, দস্তুৰমতে দাবী কৰিব লাগে; যিহেতু নাগৰিকৰ ন্যায্য দাবী পূৰণ কৰা ৰাষ্ট্ৰীয় চৰকাৰৰ কৰ্ত্তব্য।

( ঝ ) ইতিমধ্যে যুটীয়া দায়িত্ব গ্ৰহণ কৰা সমষ্টিৰ নেতা সকলে স্থানীয় চৰকাৰ, ৰাজ্যিক চৰকাৰ বা কেন্দ্ৰীয় চৰকাৰৰ কোন বিভাগে কেনে প্ৰকাৰৰ, কি কি সাহায্য ৰাইজৰ উদ্যোগত দিয়ে, সেই বিষয়ে খবৰ কৰা উচিত। সেইদৰে চৰকাৰী সকলো বিভাগৰ সৈতে সংহতি ৰাখি কামত আগবঢ়া

যুগুত। এনেকৈ চৰকাৰৰ পৰা পাব পৰা সকলো সাহায্য আদায় কৰি লব লাগে।

(ঞ) ৰাইজৰ উৎসাহ, আগ্ৰহ আৰু এনে আশাশুধীয়া সমূহীয়া চেষ্টাতেই জাতীয বা স্থানীয় চৰকাৰে সাহায্য কৰে। সমাজ উন্নয়নৰ এনে লোক সমাজ বিকাশ পৰিকল্পনাত গঢ়ি উঠা ৰাইজৰ উদ্যোগ সাধনত চৰকাৰে সৰ্ব্বতোভাৱে সহায় কৰা উচিত।

ৰাইজ আৰু চৰকাৰৰ উমৈহতীযা চেষ্টাত এনেকৈ যি উদ্যোগ গঢ়ি উঠে তাৰ ফল স্বৰূপে স্থানীয় ৰাইজে যি পায়, সেয়ে হয় ৰাজহুৱা সম্পত্তি।

ৰাইজৰ উদ্যোগ সাধনত উপৰোক্ত কাৰ্য্যবিধি মানি চলিলে সকলোৰে সহযোগিতা পোৱা যায়। লোক সমাজ বিকাশত কৃতকাৰ্য্যতা লাভ কৰিবলৈ উক্ত কাৰ্য্যবিধি অপৰিহাৰ্য্য। সমূহীয়া আঁচনিত আটাইৰে আন্তৰিক সহযোগিতা আৰু চৰকাৰী সাহায্য পালে হে ৰাইজৰ সাধু চেষ্টা সাফল্যমণ্ডিত হয়।

## গণতান্ত্ৰিক ভেটি ঃ—

লাখ-লাখ জনতাৰ বিৰাট গাৱঁলীয়া ৰাইজৰ সমাজত সৰ্ব্বতোভাবে উক্ত বিষয়বোৰত উন্নতি সাধন কৰাটো সহজ নহয়। সেয়ে গাওঁ উন্নয়ন কৰোঁতে সমাজত পৰিবৰ্ত্তন আনিবলৈ হলে সৰু সৰু সমাজত বিশেষ মনোযোগেৰে কাম হাতত লোৱাটো বাঞ্ছনীয়। কিয়নো গাঁৱলীয়া সমাজৰ গণ্ডী যিমানেই

সৰু হয় সিমানেই ভাল কাম হোৱাৰ সম্ভাৱনা। গণতান্ত্রিক জীৱনৰ আচল ভেটি হ'ল সৰু সৰু সমাজবোৰ। সেইকাৰণে সমাজৰ ভৱিষ্যৎ নির্ভৰ কৰে এই সৰু সৰু গাৱঁলীয়া সমাজৰ সমষ্টিৰ উন্নতি সাধনত। অৱশ্যে, সমাজৰ সৰু সৰু সমষ্টিৰ মাজত কাম কৰি সমাজ উন্নয়নৰ কামত আগবাঢ়িব পাৰিনে, বিৰাট সমাজৰ নানা সমষ্টিৰ লগত কাম কৰিলে লোক সমাজ বিকাশৰ কাম-কাজবোৰ কৰিবলৈ সহজ হৈ উঠে; এই বিষয়ে সমাজ উন্নয়নৰ বিশেষজ্ঞ সকলৰ মাজত মতভেদ আছে। তথাপি এইটো নুই কৰিব নোৱাৰি যে, সমাজৰ গণ্ডী যিমানেই সৰু হয়, সিমানেই সামাজিক তথ্য উদ্‌ঘাটন কৰি লোক সমাজ বিকাশৰ সমস্যা সমাধান কৰিবলৈ সুযোগ পোৱা যায়। আমেৰিকাৰ যুক্তৰাজ্যত আৰু অন্যান্য দেশত এই ক্ষুদ্র গণ্ডীৰ সমাজত কাম কৰি জাতীয় জীৱনত যি ফল পাইছে সি সঁচাকৈ সন্তোষজনক।

আমেৰিকাৰ সমাজ উন্নয়নৰ বিশেষ অভিজ্ঞ ইঞ্জিনীয়াৰ মিঃ মৰগেণৰ ( Mr. Morgan ) মতে সৰু সমাজত কাম কৰিলেহে মানৱীয় সম্বন্ধেৰে লোক সমাজ বিকাশত কৃতকার্য্যতা লাভ কৰিব পাৰি।

ডাঃ স্পেঞ্চাৰ হেট্‌চে ( Dr. Spencer Hatch ) ভাৰতৰ দুখীয়া গাৱঁলীয়া ৰাইজৰ মাজত লোক সমাজ বিকাশৰ কাম কৰি বিশেষ অভিজ্ঞতা অর্জ্জন কৰি কয় যে ভাৰতৰ লোক সমাজ বিকাশৰ কর্ম্মক্ষেত্রত দুখীয়া গাৱঁলীয়া ৰাইজৰ দৈনন্দিন

জীৱনৰ সমস্যাবোৰ সমাধান কৰোঁতে কাৰ্য্যকৰীভাৱে সকলো প্ৰকাৰে তেওঁলোকক সহায় নকৰিলে সকলো মিছা।

## মানৱ-সেৱা ঃ—

গতিকে গাৱঁলীয়া ৰাইজক সকলো প্ৰকাৰে সহায় কৰাটোই লোক সমাজ বিকাশৰ প্ৰধানতম নীতি। এই নীতিৰে দুখীয়া গাৱঁলীয়া ৰাইজক সেৱা কৰিবলৈ সমূহীয়া আঁচনিৰে ৰাইজৰ উদ্যোগ হাতত লোৱা হয়। সেই কাৰণে 'লোক সমাজ বিকাশ'ৰ সকলো কামেই সমাজ-সেৱা তথা মানৱ-সেৱা।

# দ্বিতীয় অধ্যায়

## বিলাতৰ লোক সমাজ বিকাশ

### ( ১ )

### [ বিলাতৰ বিমানঘাটিত নামলোঁ যেতিয়া ]

লেখকে লণ্ডনত থকা হাইকমিচনাৰ অফিচলৈ লেখিছিল বিলাতগৈ পোৱাৰ দিনা যাতে তেওঁলোকে লেখকৰ থকা—খোৱাৰ ব্যৱস্থাৰ বাবে কোনো হোটেলত এটা কোঠাৰ ব্যৱস্থা কৰে। কিন্তু তাৰ উত্তৰ লেখকে নাপাই বিমোৰত পৰিছিল—লণ্ডনত বিমান ঘাটিত নামিয়েই কি কৰিব তাকে ভাবি।

ইং ১৯৫৭ খৃষ্টাব্দৰ আঠ অক্টোৱৰ। আবেলি বিলাতত পোণে চাৰি বাজিছিল। এনেতে বিলাতৰ বিমান ঘাটি 'ক্রয়ডন'ত উৰাজাহাজ থামিলগৈ। অকলে প্রথম বিলাতলৈ গৈছিলোঁ। লণ্ডন চহৰৰ জনতা, অসংখ্য যান-বাহনৰ ৰাস্তা; মোৰ কল্পনাৰ অতীত। এনে এখন চহৰৰ কোনখন হোটেলত উঠিম বা কোনখন হোটেলত মোৰ থকা-খোৱাৰ বন্দবস্ত হৈছে তাকেই বা বিচাৰি উলিয়াম কেনেকৈ? মনত ইও এক ঘোৰ চিন্তা লাগিল।

এনেতে বিমান ষ্টেশনত ঘোষণা কৰা লাউড্‌স্পীকাৰত শুনিলোঁ—Mr. Bhagawati, Here is a message for you please) মিষ্টাৰ ভাগৱতী, আপোনাৰ এটা বাতৰি আছে। উৰা জাহাজৰ পৰা অলপ আগতে নামি মই বিলাতত ভৰি দিছোঁ মাত্ৰ, হঠাতে মোলৈ কোনে কি খবৰ পঠালে? কি বা খবৰ? কিবা বেয়া খবৰ নেকি? মোৰ বুকুখন চিৰিং কৰি উঠিল। কাৰণ, বিদেশ যাত্ৰাৰ সময়ত ছিলং মোটৰ ষ্টেশনলৈ মোক বিদায় দিবলৈ ঘৰৰ পৰা আহিছিল মোৰ পৰিবাৰ, চেনেহৰ বুল্-বুল্ (মঞ্জুশ্ৰী) আৰু তিনি-বছৰীয়া শিশু,—মৰমৰ দীপু। 'দীপু'ৰ গা ভাল নাছিল। বিদেশ যাত্ৰাৰ দিনা হঠাতে বিদায় বেলাত প্ৰিয়বন্ধু শ্ৰীঅৰুণ-কুমাৰ দাসক লগ পাই বৰ ভাল লাগিছিল। সহকৰ্মী আৰু শুভাকাঙ্খী শ্ৰীগোকুলচন্দ্ৰ মেধি আৰু সম্বন্ধীয় ভাই, কল্যাণীয় শ্ৰীমান ধৰ্ম্মনাথ শৰ্ম্মাই মোৰ পৰিয়ালটোক মোটৰ ষ্টেচনলৈ লৈ আহিছিল। ষ্টেট্ ট্ৰেন্স্‌পোৰ্টৰ মোটৰ গুৱাহাটীলৈ এৰি দিয়া সময়ত, বিদায় বেলিকা মই মাত লগাওঁতে, দীপুৱে অতি কষ্টে 'দেউতা, টা—টা, বায়—বায়'—বুলি মোক বিদায় দিছিল। দীপুৰ সেই মাতষাৰ মোৰ কাণত সঘনে বাজি আছিল আৰু বিদায় পৰৰ সেই কৰুণ দৃশ্যটো বিমান ভ্ৰমণৰ ওৰে বাটে মোৰ চকুত বাৰে বাৰে ভাহি উঠিছিল। গতিকে মই উদ্বিগ্নতাৰে উধাতু খাই খবৰটো হাতত ললোঁগৈ। পঢ়ি জানিলো যে, 'ল্যাঙ্কেষ্টাৰ গেট্ হোটেল'ত মোৰ থকা-খোৱাৰ

বন্দবস্ত কৰা হৈছে। সেইটোই খবৰ। এই বাতৰিটো পঢ়ি, তেতিয়াহে স্বস্তিৰ নিশ্বাস কাঢ়িলোঁ। দয়াময় ভগৱানৰ অপাৰ করুণা!

## ( ২ )

## [ কথা-বতৰা দেশত আৰু বিদেশত ]

অসম চৰকাৰে লেখকক সানুগ্ৰহ অনুদানেৰে ( Ex-gratia Grant ) সাহায্য কৰাৰ উপৰিও, বিলাতত উচ্চ শিক্ষা লাভ কৰাত অৰ্থৰ অনাটনৰ সম্ভাবনা জানি, শিক্ষা ঋণ দিও, লণ্ডন বিশ্ববিদ্যালয়ৰ ইনষ্টিটিউট অফ্ এডুকেশ্যনত সমাজ উন্নয়নৰ উচ্চ শিক্ষা লাভ কৰিবলৈ উৎসাহিত কৰিছিল। বিদেশত উক্ত বিষয় অধ্যয়ন শেষ কৰি, দেশলৈ প্ৰত্যাবৰ্ত্তন কৰি আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিবলৈ চৰকাৰৰ কেইজনমান বিশিষ্ট বৰমূৰীয়াক আমি সাক্ষাৎ কৰিছিলোঁ। তাৰ ভিতৰত এজনা মুখ্য বিষয়াই আমাক অতি সাদৰে সম্ভাষণ জনাইছিল। কথা প্ৰসঙ্গত সুধিছিল, "বিলাতততনো ক'ত লোক সমাজ বিকাশ আছে হে ভাগৱতী?" প্ৰত্যুত্তৰত কৈছিলোঁ* 'ইউনাইটেড, নেশনস্ সেৰিজ অন কমিউনিউটি অৰ্গেনিজেশ্যন এণ্ড ডেভোলপমেণ্ট' বোলা কিতাপ সমূহৰ ভিতৰত ( United

* UNITED NATIONS, March 1953. ST/SOA/Ser O/4.

Kingdom ) 'ইংলণ্ডৰ যুক্তৰাজ্য' নামৰ কিতাপত এই বিষয় সবিশেষ বিবৰণ আছে। আপুনি জানে যে অসমৰ ৰাজ্যিক চৰকাৰৰ সমাজ উন্নয়ন বিভাগৰ বিষয়ববীয়া সকলক মস্তুৰীত প্ৰশিক্ষণ লবলৈ কেবল ছসপ্তাহ কালৰ কাৰণেহে পঠোৱা হয়। লণ্ডন বিশ্ববিদ্যালয়ৰ ইনষ্টিটিউট্ অব এডুকেশনত সমাজ উন্নয়ন আৰু প্ৰৌঢ় শিক্ষা দিয়া হয় এবছৰ কাল। গতিকে তাত নিশ্চয় সমাজ উন্নয়নৰ ক্ষেত্ৰ যথেষ্ট আছে যে তাক আৰু ডাঠি কব লাগিছে নে? উক্ত বিষয় উচ্চ শিক্ষা দিয়াৰ এনেকুৱা সুকীয়া ব্যৱস্থা জগতৰ আৰু কেইখন বিশ্ববিদ্যালয়ত আছে তাক কোৱা কঠিন। অসম চৰকাৰে উক্ত শিক্ষানুষ্ঠানত এই বিষয় উচ্চ শিক্ষা লবলৈ প্ৰথমে আমাকেই অনুদান (Ex-gratia Grant) দি বিলাতলৈ পঠাইছে যিহেতু বিলাতত সমাজ উন্নয়নৰ শিক্ষাৰ ক্ষেত্ৰ থকা বিষয় আপোনাক আৰু কিবা বেলেগ উদাহৰণ লাগিছে নে? প্ৰত্যুত্তৰত, সমাজ উন্নয়ন বিষয়ৰ কিতাপৰ নিৰ্দ্দেশক পাই ( Reference to the books of authority on Community Development in United Kingdom ) মুখ্য বিষয়াজনে আৰু এই বিষয়ৰ আলোচনাত আগ নাবাঢ়িলে। তেখেতে বিলাতৰ বিষয়ে অইন অইন কথা পাতিলে আৰু আমাক শুভেচ্ছা জনাই বিদায় দিলে। উক্ত মুখ্য বিষয়াজনৰ প্ৰশ্নৰ পৰা তেতিয়া বুজিলোঁ যে সমাজ উন্নয়নৰ ধাৰণা কেৱল গাওঁ উন্নয়নৰ গণ্ডীতে সীমাবদ্ধ। দৰাচলতে সমাজ উন্নয়ন বুলিলে গাওঁৰ

সমাজ আৰু নগৰ বা চহৰৰ সমাজ ( Rural Community and Urban Community ) উভয়কে বুজায়। আলোচনাৰ পাচত এই বিষয়ে আমাৰ সৰ্ব্বসাধাৰণৰ সম্যক ধাৰণা নাই যেন বুলি আমাৰ অনুমান হল।

এই প্ৰসঙ্গত আমি আন্তৰিক কৃতজ্ঞতাৰে ইয়াকো স্বীকাৰ কৰিব লাগিব যে লণ্ডনত থকা কালত অসম চৰকাৰৰ শ্ৰম-বিভাগৰ মাননীয় মন্ত্ৰী শ্ৰীকামাখ্যাপ্ৰসাদ ত্ৰিপাঠীদেৱে লণ্ডন মহানগৰীত উপস্থিত হৈছিল। সদাশয় মন্ত্ৰীদেৱে তেতিয়াৰ লণ্ডন প্ৰবাসী অসমৰ ছাত্ৰসকলৰ লগত চিনা-পৰিচয় হোৱাৰ ইচ্ছা প্ৰকাশ কৰাত এখন 'চাহ-মেল'ৰ আয়োজন হৈছিল। এই চাহ-মেলৰ যো-যা কৰাত বিশেষ অংশ গ্ৰহণ কৰিছিল ডাক্টৰ শ্ৰীজ্যোতিকান্ত বৰুৱা আৰু অসম হাইকোৰ্টৰ বৰ্ত্তমান বেৰিষ্টাৰ শ্ৰীডম্বৰুধৰ পাঠকে। সিদিনা ( ইং ১২.১০।৫৭ ) মন্ত্ৰী মহাশয়ৰ লগত অসমত হোৱা সমাজ উন্নয়ন আৰু বিলাতৰ সমাজ উন্নয়ন বিষয় তেনেই চমু আলোচনা কৰিবলৈ আমাৰ সৌভাগ্য হৈছিল। আলোচনাৰ সামৰণিত, মাননীয় মন্ত্ৰী মহাশয়ে আমাক উপদেশ দিছিল যে লণ্ডন চহৰত নাগৰিক সমাজ উন্নয়নৰ ( Urban Community ) বিষয় বহু শিকিবলগীয়া আছে। লণ্ডন চহৰত থকা নাগৰিক জীৱনৰ লগত ইংলণ্ডৰ গাওঁবোৰৰ ( English Villages ) সৈতে যি সংহতি ( Co-ordination ) সি বিশেষ মন কৰিবলগীয়া। আমাৰ অসমৰ সমাজ উন্নয়ন তথা ভাৰতৰ সমাজ উন্নয়নৰ মূল-

সূত্ৰ হৈছে ( Co-ordination ) সংহতি। ভাৰতৰ যিখন ৰাজ্যতে গাৱঁলীয়া ৰাইজ আৰু চৰকাৰী বিভাগৰ মাজত সহযোগিতা আৰু সংহতি স্থাপন হৈছে, সেইখন ৰাজ্যতে সমাজ উন্নয়নৰ ( Community Development ) সমূহীয়া আঁচনি সাফল্যমণ্ডিত হৈছে। গতিকে এই বিষয় বিলাতত উচ্চ শিক্ষা লাভ কৰি, ভাৰতত তথা অসমত সেই আৰ্হিত গাওঁ উন্নয়ন কৰিব পাৰিলে আমাৰ সমাজ সেৱাৰ পৰা জন সাধাৰণ বিশেষ উপকৃত হব হেনো।

( ৩ )

## [ চমু আভাস ]

বিলাতৰ যুক্ত ৰাজ্যৰ সমাজ উন্নয়ন সংগঠন বিধয় যি শিকিছিলোঁ আৰু ইংলণ্ডৰ নগৰে চহৰে ফুৰি আৰু তাৰ গাওঁবোৰ দেখি যি অভিজ্ঞতা অৰ্জ্জন কৰিছিলোঁ, তাৰে এটি চমু আভাস তলত দিলোঁহক।

ভাৰতৰ সমাজ উন্নয়নৰ ভূমিকাৰ পাচত, তুলনা কৰিবলৈ ইংলণ্ডৰ যুক্ত ৰাজ্যৰ সমাজ উন্নয়নৰ এটি চমু আভাস দিয়া হ'ক। বিলাতত যে গাৱঁলীয়া লোক সমাজ ( Rural Community ) আৰু নাগৰিক লোক সমাজ ( Urban Community ) উভয়ৰ উন্নয়নৰ বাবে এটি সজ্যবদ্ধ ৰাষ্ট্ৰীয় সজ্য

আছে, তাক আমাৰ দেশৰ কেৱল সৰ্ব্বসাধাৰণেই নহয়, সমাজ উন্নয়নৰ কৰ্ম্মী সকলৰ বহুতেই গম নেপায়। গতিকে বিলাতৰ সমাজ উন্নয়নৰ এটি চমু বুৰঞ্জী দিয়া হ'ল।

পৃথিবীৰ প্ৰথম মহাসমৰ ইং ১৯১৪ খৃষ্টাব্দত আৰম্ভ হৈছিল যদিও যুদ্ধ সংশ্লিষ্ট দেশ সকলে তাৰ পৰিণতি বহু বছৰ পাচলৈ ভুগিছিল। ইং ১৯১৮ খৃষ্টাব্দতহে সেই যুদ্ধৰ শাম কাটে। সেই সময়ত ইংলণ্ডত নতুন গৃহ নিৰ্ম্মাণ কৰি যুদ্ধ-পীড়িত লোক সকলক পুনৰ্বসতি কৰাৰ চেষ্টা হৈছিল।

বিলাতত ইং ১৯১৯ খৃষ্টাব্দত, সমাজ সেৱাৰ ৰাষ্ট্ৰীয় কাউন্সিল ( National Council of Social Service ) এখন স্থাপিত হৈছিল। স্বেচ্ছাসেৱক সঙ্ঘ ( Voluntary Organisation ) আৰু চৰকাৰৰ সমাজ-কল্যাণৰ বিভাগ-বোৰেৰে ( Government Departments Concerned with Social Welfare Work ) এই সমাজ সেৱাৰ ৰাষ্ট্ৰীয় কাউন্সিলখন গঠিত হৈছিল। নগৰ আৰু গাওঁত হোৱা সকলো সামাজিক কামৰ উন্নতি সাধনেই আছিল এই সমাজ-সেৱাৰ ৰাষ্ট্ৰীয় কাউন্সিলৰ প্ৰধান উদ্দেশ্য। সমাজ-সেৱাৰ ৰাষ্ট্ৰীয় কাউলন্সিল গাওঁবোৰৰ মিলন মন্দিৰ ( Village Hall ) স্থাপন আৰু সঙ্ঘবদ্ধ কৰাত ন্যস্ত আছিল। উক্ত কাউন্সিলে ইং ১৯২৫ খৃষ্টাব্দত, উপৰত উনুকিয়াই অহা গৃহ-নিৰ্ম্মাণ কৰি লোকসকলৰ পুৰ্ণবসতি কৰা অঞ্চল বোৰত, সমাজ চক্ৰৰ ( Community Centre ) আৱশ্যকতা উপলব্ধি কৰিছিল।

সেই অঞ্চলত যিবোৰ স্থানীয় সমাজৰ বৰ্ত্তমান এচোচিয়েশ্যন আছিল, সমাজ সেৱাৰ ৰাষ্ট্ৰীয় কাউন্সিলে ইং ১৯২৮ খৃষ্টাব্দত সেই এচোচিয়েশ্যন বোৰৰ প্ৰতিনিধি সমিতি ( Representative Committee ) এখন স্থাপন কৰিছিল। এই প্ৰতিনিধি সমিতিয়ে সেইবোৰৰ প্ৰচাৰ কৰিছিল আৰু সেইবোৰ পৰিচালনাত সম্পৰ্কীয় লাগতিয়াল সকলো প্ৰকাৰৰ যাবতীয় নিৰ্দ্দেশ দিছিল। এই প্ৰতিনিধি সমিতিৰ গঠন আৰু তাৰ যাবতীয় কৃত্যৰ ( function ) প্ৰসাৰণ দ্বিতীয় মহাসমৰৰ সময়ত ব্যাপক ভাবে হৈছিল।

অৱশেষত সমাজ এচোচিয়েশ্যনৰ ৰাষ্ট্ৰীয় সঙ্ঘ ( National Federation of Community Association ) গঢ়ি উঠিল। এই সমাজ এচোচিয়েশ্যনৰ ৰাষ্ট্ৰীয় সঙ্ঘই সমাজচক্ৰ গঠনত বিশেষ মনোনিবেশ কৰিছিল। সমাজ এচোচিয়েশ্যনৰ ৰাষ্ট্ৰীয় সঙ্ঘই ( National Federation of Community Association ) সমাজ সেৱাৰ ৰাষ্ট্ৰীয় কাউন্সিলৰ ( National Council of Social service ) অধীনত কাম কৰিছিল। সমাজ এচোচিয়েশ্যনৰ ৰাষ্ট্ৰীয় সঙ্ঘই নগৰ বা চহৰতো সমাজচক্ৰ স্থাপনৰ ব্যৱস্থা কৰিয়েই আছিল। সেই কাৰণে নগৰত স্থাপিত হোৱা সঙ্ঘবোৰ ( Local Organisation ) সময়ত গৈ সামাজিক এচোচিয়েশ্যন ( Community Association ) বুলি পৰিগণিত হ'ল।

সমাজ এচোচিয়েশ্যনৰ ৰাষ্ট্ৰীয় সঙ্ঘ লাহে লাহে গণতান্ত্ৰিক

ভেঁটিত প্ৰতিষ্ঠিত হ'ল। কাৰণ, বিলাতত দেশজুৰি সিচৰিত হৈ থকা সামাজিক এচোচিয়েশ্যনবোৰৰ ( Community Associations ) পৰা নিৰ্ব্বাচিত প্ৰতিনিধিৰ দ্বাৰা এখন কাউন্সিল গঠন কৰা হ'ল। সেই কাউন্সিলে সামাজিক এচোচিয়েশ্যনৰ ৰাষ্ট্ৰীয় সঙ্ঘ পৰিচালনা কৰিবলৈ ললে। গতিকে সমগ্ৰ দেশত সমাজ উন্নয়নত হোৱা আলৈ-আহুকাল ৰা অসুবিধা আৰু সময়ে সময়ে সম্মুখীন হোৱা সমস্যাবোৰ, বাস্তবতে কেনেকৈ আৰু কি প্ৰকাৰে সেই অসুবিধাবোৰ আতঁৰ কৰিব পাৰা যায়, লগতে সমাজ উন্নয়নৰ কৰ্ম্মক্ষেত্ৰত সম্মুখীন হোৱা সমস্যাবোৰ সমাধানৰ উপায় উদ্ভাৱন কেনেকৈ কৰা যায়, সেইবোৰ বিষয়ে, এই প্ৰতিনিধি বৰ্গৰ কাউন্সিলে বিশদ ভাবে আলোচনা কৰি কোনো এক সিদ্ধান্তত উপনীত হৈছিল। এতেকে ইংলণ্ডৰ দেশজুৰি নগৰে-গাৱেঁ থকা সমাজ উন্নয়নৰ এচোচিয়েশ্যনবোৰ সামাজিক এচোচিয়েশ্যনৰ ৰাষ্ট্ৰীয় সঙ্ঘৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত থাকি কেৱল ভাবৰ আদান-প্ৰদান বা সমস্যা সমাধানৰ বিষয়ে বিশদ আলোচনা কৰিছিল এনে নহয়, লগতে সমাজ উন্নয়নৰ পৰিকল্পনা বিষয়তো বিশেষ বৰঙ্গনি যোগাইছিল। গণতন্ত্ৰত অগ্ৰগন্য সভ্যজাতি বৃটিছ সকলৰ বিলাতৰ সমাজ উন্নয়নৰ এয়ে বিশেষত্ব।

সমাজ উন্নয়নৰ 'সমাজ চক্ৰ' প্ৰসঙ্গত যদি আমি বৃটিছ পালিয়ামেণ্টৰ ইং ১৯৩৭ খৃষ্টাব্দৰ ( Physical training and Recreation Act of 1937 ) শাৰীৰিক শিক্ষা আৰু বিশ্ৰাম

আইন ফঁহিয়াই চাওঁ তেন্তে চৰকাৰী শিক্ষা বিভাগৰ দ্বাৰা প্ৰতিষ্ঠিত সমাজ চক্ৰৰ উল্লেখ পাওঁহক। সমাজ উন্নয়নৰ উদ্দেশ্যে স্থাপিত সমাজ চক্ৰবোৰৰ অৱস্থা ভেদে ( Stage by Stage ) ক্ৰমোন্নতিৰ বিশেষ বিৱৰণ ইং ১৯৪৪ খৃষ্টাব্দৰ ইংলণ্ডৰ শিক্ষা বিভাগৰ প্ৰতিবেদনতো পোৱা যায়।

ওপৰোক্ত শাৰীৰিক শিক্ষা আৰু বিশ্ৰাম আইনত সমাজ চক্ৰৰ উল্লেখ পাওঁহক। বিলাতৰ চাহাব সকল সংগঠন কাৰ্য্যত সুনিপুণ, সঙ্ঘবদ্ধ হোৱাত পাৰ্গত আৰু গঠনমূলক কামত বিশেষ পৈণত। গঠনমূলক অনুষ্ঠানৰ মিলন মন্দিৰত ( Club House ) তেওঁলোকে বিশ্ৰাম লয়, ৰং-ধেমালি কৰে আৰু ঘৰৰ ভিতৰতে খেলিব পাৰা নানা ৰকমৰ খেল খেলি আনন্দ লাভ কৰে। চাহাব সকলৰ এনেকুৱা সঙ্ঘবোৰ চৰকাৰী ৰেজিষ্ট্ৰাৰৰ অফিচত আইন মতে ৰেজিষ্টাৰ্ড কৰা হয়। ৰেজিষ্ট্ৰেশ্যন হোৱাৰ পাচতহে তেওঁলোকে সেই সঙ্ঘৰ পৰিকল্পনা অনুসৰি কামত আগ বাঢ়ে। চাহাব সকলৰ এনেকুৱা সঙ্ঘক ইংৰাজীত ক্লাব ( Club ) বোলে। ইংলণ্ডত ৩৩০০ ( তিনি হাজাৰ তিনিশ ) সামাজিক ক্লাব আৰু অনুষ্ঠান আছে। ক্লাব ঘৰত ( Club-House ) বিলাতৰ চহৰৰ নাগৰিক সকলে কৰ্ম্ম-ময় জীৱনত দিনৰ দিনটো কাম কৰি, বনুৱা-কৰ্ম্মচাৰী-বিষয়া-ববীয়া সকলে সন্ধ্যাৰ লগে লগে জিৰণি লয়, ৰং-ধেমালি, আৰু নাচ-গান কৰে। আটাইয়ে আলোচনা কৰিবলৈ সময়ত সভাসমিতি পাতে। সঙ্ঘৰ এই স্থানীয় ক্লাব

ঘৰেই তেওঁলোকৰ মিলন মন্দিৰ। ইংলণ্ড শিল্প-প্ৰধান দেশ। আমাৰ দেশৰ দৰে সেই দেশৰ নাগৰিক সকলে সকলো সময়তে ইচ্ছা কৰিলেই য'তে ত'তে সমবেত হোৱাৰ সুবিধা নাপায়। কাৰণ সেই দেশৰ নগৰ-চহৰবোৰ কল-কাৰখানাৰ আৰু নানা শিল্পানুষ্ঠানৰ বৃহৎ বৃহৎ কেবা-মহলাৰ অট্টালিকাৰে ভৰা। মুকলি বতাহ লবলৈ বিৰাট ময়দান য'তে ত'তে নাই। উমৈহতীয়া ময়দানলৈ ( Common Lard ) বহুদূৰ যাব লাগে। লণ্ডন চহৰত মাইল মাইল ব্যাপি থকা বিৰাট উদ্যান ( Park ) যি কেইখন আছে, তাকো আঙুলিৰ আগত লেখিব পাৰি। তদুপৰি তাৰ উদ্যান বা প্ৰমোদ-কাননবোৰ গধূলি প্ৰায় আঠ বা নবজাৰ ভিতৰত বন্ধ হয়। গতিকে চহৰৰ নাগৰিক সকলে নিজৰ নিজৰ কৰ্ম্মক্ষেত্ৰৰ পৰা উভতি আহি ঘৰ অৰ্থাৎ বাসস্থান পায়মানে সন্ধ্যা সাত-আঠ বাজি যায়। ইযাত ঘৰ অৰ্থাৎ বাসস্থান বোলাৰ অৰ্থ আছে। বিলাতত সকলো মানুহৰ নিজা-ঘৰ-মাটি নাই। লণ্ডন চহৰত সৰহ সংখ্যক নাগৰিকে বংশানুক্ৰমে কোনো ঘৰৰ কোনো এটি কোঠা বা তাৰ এটি অংশ ভাড়া কৰে। তেওঁলোকে আজীৱন তেনেকৈ ঘৰভাড়া দি ভাৰাতীয়া হিচাপে জীৱন কটায়। এনেকৈ বাস কৰা নাগৰিক সকলে সংগঠিত হৈ সজ্ঘ স্থাপন কৰে। সংগঠিত সজ্ঘত স্থানীয় অঞ্চলৰ নাগৰিকসকল সমবেত হৈ তেওঁলোকৰ উমৈহতীয়া অভাব অভিযোগবোৰ পৰস্পৰে জানি লয়। সেই অভাববোৰৰ যিবোৰ অতি দৰ্কাৰী আৰু

সৰ্ব্ব প্ৰথম লাগতিয়াল অভাব, তাৰেহে দূৰীকৰণৰ প্ৰথম চেষ্টা চলায়। এতেকে আটাইয়ে মিলি আলোচনা হোৱাৰ উদ্দেশ্যে এটি মিলন-মন্দিৰ স্থাপন আৰু তাৰ নিৰ্ম্মাণৰ উদ্দ্যোগ পোন-প্ৰথমে হাতত লয়। এনেকৈয়ে সেইদেশৰ সজ্ঘ সংগঠিত হয় আৰু সময়ত সমূহীয়া চেষ্টাত সজ্ঘৰ মিলন-মন্দিৰ গঢ়ি উঠে।

এনেকুৱা সামাজিক আৰু ৰাজহুৱা অনুষ্ঠানত নাগৰিক সকলে নিজৰ বৰঙনিৰে সজ্ঘ টনকিয়াল কৰি তোলে। উক্ত ক্লাব ঘৰ যে, কেৱল, নাচ-গান খেল-ধেমালি কৰা অথবা ৰং-ৰহইচৰ কথাপাতি নানা বিষয় আলোচনা কৰা আৰু সুৰা পানৰ আড্ডা সেইটো নহয়। ইংলণ্ডৰ ক্লাবঘৰ হ'ল নাগৰিক সকলৰ (১) শাৰীৰিক চৰ্চ্চা আৰু আনন্দ-উৎসবৰ স্থল, (২) কৰ্ম্মময় জীৱনৰ আজৰি সময়ত বিশ্ৰাম আগাৰ আৰু (৩) সামাজিক শিক্ষাৰ সাংস্কৃতিক কৃষ্টি কেন্দ্ৰ। ইংলণ্ড প্ৰাচীন গণ-তান্ত্ৰিক দেশ। সেই দেশৰ সজ্ঘত ( club ) সভ্যসকলৰ স্থান সমান। ইংলণ্ডৰ সামাজিক জীৱনৰ এয়ে বিশেষত্ব। এতেকে ইংলণ্ডৰ যুক্তৰাজ্যৰ সমাজ চক্ৰবোৰ ( Community Centre ) এনেভাবে স্থাপন কৰা হয় যাতে, সেই সমাজ-চক্ৰতেই ক্লাবৰ কৰিব লগীয়া সামাজিক জীৱনৰ শিক্ষা আৰু সাংস্কৃতিক চৰ্চ্চা, সুকলমে হৈ উঠে। ইংলণ্ডৰ সমাজচক্ৰই লোক সমাজ বিকাশৰ সমূহীয়া আচনিৰ কাৰ্য্যত পৰিণত কৰিবলৈ এটি ( Gate way ) প্ৰবেশ পথ। কিন্তু আমাৰ

দেশত গঢ়ি উঠা ক্লাবৰ ( club ) প্ৰতি সৰ্ব্বসাধাৰণৰ এটি বেলেগ ধাৰণা আছে। কাৰণ এই লিখীয়া ক্লাববোৰ আমাৰ দেশত সাধাৰণত ধনীৰ দুলাল চৰকাৰী বৰ বৰ বিষয়া-বৰীয়া আভিজাত্য সকলৰ একচেতীয়া সম্পত্তি। অসমৰ লোক সমাজ বিকাশৰ সমূহীয়া আচনি অনুসৰি ইতিমধ্যে গাওঁবোৰত বহু সংখ্যক ক্লাব, সমাজ কল্যাণৰ বাবে সংগঠিত হৈছে। আমাৰ দেশৰ ক্লাবত সভ্য সভাসকলৰ স্থান স্থান একে বুলিব নোৱাৰি। কামৰ সৰু বৰে ক্লাবতো সভ্যৰ স্থান উচ্চ-নীচ কৰা দেখা যায়।

বিলাতত সমাজ উন্নয়ন সংগঠন আৰু তাৰ ক্রমোন্নতিৰ এটি চমু বুৰঞ্জী আমি ডাঙি ধৰিলোহঁক। ভাৰতত সমাজ উন্নয়নৰ কাৰ্য্যাৱলীৰ আঁচনি আৰু উদ্যোগ কেনেকৈ কাৰ্য্যত পৰিণত কৰা হয় তাক আগধৰি আলোচনা কৰা হৈছে। বিলাতত নো সেইবোৰ আচনি কেনে ধৰণে কাৰ্য্যত পৰিণত কৰা হয় তাৰ আলোচনা সুকীয়া সুকীয়া অধ্যায়ত কৰাটো সমীচীন হব। তেতিয়াহলে এই বিষয় বিলাত আৰু ভাৰত বৰ্ষৰ এটি তুলনামূলক অধ্যয়নৰ আভাস পোৱা যাব। ভাৰতৰ সমাজ উন্নয়নৰ যি উদ্দেশ্য বিলাতৰ সমাজ উন্নয়নৰো সেই একে উদ্দেশ্য বুলি কব পাৰা যায়। কিয়নো আৰ্থিক জগতত দেশৰ সৰ্ব্বসাধাৰণৰ জীৱন নিৰ্ব্বাহৰ মান বঢ়োৱাটোই আজিৰ সমাজ উন্নয়নৰ মুখ্য উদ্দেশ্য। বিলাতৰ সৰ্ব্বসাধাৰণৰ জীৱন নিৰ্ব্বাহৰ মান ভাৰতীয় জীৱন নিৰ্ব্বাহক মানতকৈ বহু উচ্চ।

কাৰণ ইংলণ্ডৰ যুক্ত ৰাজ্য হ'ল শিল্পোন্নত দেশৰ ভিতৰত অগ্ৰগণ্য। কিন্তু ভাৰতবৰ্ষ হ'ল এখন কৃষি প্ৰধান দেশ। ভাৰতবৰ্ষ আজি শিল্পোন্নতিৰ বাটত। আৰ্থিক জগতত ইংলণ্ডৰ যুক্তৰাজ্যৰ সৰ্ব্বসাধাৰণৰ বছৰি আয় প্ৰায় ৭৮০ ডলাৰ অৰ্থাৎ আমাৰ ভাৰতীয় মুদ্ৰাৰ হিচাপত একোজন ইংৰাজৰ বছৰি আয় ৩,৭২৮৲ টকা। গতিকে আমাৰ দেশৰ ভাৰতীয় এজনৰ বছৰি আয়ৰ লগত তুলনা কৰিলে আমি সহজে অনুমান কৰিব পাৰোঁহক বাস্তৱত এই বিষয়ত আমি কিমান পিচপৰা।

বৰ্ত্তমান আৰ্থিক জগতত সমাজ উন্নয়নৰ মুখ্য উদ্দেশ্য যদিও সৰ্ব্বসাধাৰণৰ জীৱন নিৰ্ব্বাহৰ মান বঢ়োৱাটো, তথাপি এইটো স্বীকাৰ কৰিব লাগিব যে বিলাতৰ সমাজ উন্নয়নৰ আঁচনি একে নহয়। ইঞ্জিনীয়াৰৰ নীলমুদ্ৰিত মান চিত্ৰ থকাৰ দৰে সমাজ উন্নয়নৰ তেনে কোনো ধৰা বন্ধা মেপ নাই। সাধাৰণতঃ দেখা যায় যে ইঞ্জিনীয়াৰ সকলে কোনো এখন দলং সাজিবলৈ নাইবা এটি ৰাস্তা বনাবলৈ হলে প্ৰথমে তাৰ হুবহু নক্সা ( Blue Print ) এটা তৈয়াৰ কৰি লয়। সেই নক্সা অনুসৰি ইঞ্জিনীয়াৰে দলং বা ৰাস্তা তৈয়াৰ কৰি উলিয়ায়। গতিকে তেনেকুৱা দলং বা ৰাস্তা কৰবাত তৈয়াৰ কৰিবলৈ হলে সেই নক্সাখন ( Blue Print ) চাই তাক ভালদৰে অধ্যয়ন কৰি, দলং সজা বা ৰাস্তা বনোৱা কামত অনায়াসে আগবাঢ়িব পাৰা যায়। ইঞ্জিনীয়াৰ বা বাস্তুকাৰৰ ( Architect ) দলং,

ৰাস্তা বা অট্টালিকাৰ ( Blue Print ) নীলমুদ্রিত মানচিত্র থকাৰ দৰে সমাজ উন্নয়নৰ তেনে কোনো অবিকল নীলমুদ্রিত মানচিত্র নাই। গতিকে বিলাতৰ সমাজ উন্নয়ন আৰু আমাৰ দেশ ভাৰতবৰ্ষৰ সমাজ উন্নয়নৰ তেনে কোনো হুবহু নক্সা নাই। কিন্তু এইটো কোনোৱে নুই কৰিব নোৱাৰে যে সকলো দেশতে সমাজ উন্নয়নৰ মূল নীতি ( Principles ) আৰু সামূহিক সংবোধ ( Team of Concept ) একে।

উক্ত মূল-নীতি আৰু *সামূহিক সংবোধৰ ভেঁটিত সমগ্র জগতত সমাজ উন্নয়ন হয়। আমাৰ গাৱঁলীয়া সমাজ বুলিলে আমাৰ চকুৰ আগত ভাহি উঠে গাৱঁত বসতি কৰা গাৱঁলীয়া ৰাইজৰ সঙ্ঘবদ্ধ সমষ্টি, নাগৰিকৰ সমাজ বুলিলে নগৰ এখনৰ বিৰাট সমাজ ; গাওঁৰ সৰু সমাজ বুলিলে আমাৰ ওচৰতে বাস কৰা পৰিয়ালবৰ্গৰ সমষ্টিৰ ওচৰৰ চুবুৰীটো।

---

*TEAM OF CONCEPT OF COMMUNITY DEVELOPMENT.

Community Development is a Philosophy as well as process. This philosophy involves a belief in the rights and responsibilities of people to choose their own objectives. * * *. The process involved in this concept of Community Development commits people to plan and work together often with assistance from outside the group, to improve their indivldual and community moral, economic, social and political well-being.

গ্রেট বৃটেইনৰ সমাজ উন্নয়নৰ গতি দ্ৰুত। সেই দেশ শিল্পোন্নত—আজি প্ৰগতিৰ পথত। এই অধ্যায়তে, সেই দেশৰ সমাজ উন্নয়নৰ গঠনমূলক আঁচনিবোৰ গণতান্ত্ৰিকতাৰ মাজেৰে কেনেকৈ কাৰ্য্যত পৰিণত কৰিবলৈ লোৱা হয়, তাক উন্মুকিয়াই আহিছোঁহক। বৃটিছ সকল জগতৰ সভ্য জাতিৰ ভিতৰত অগ্ৰগণ্য। সেই দেশৰ সৰ্ব্বসাধাৰণৰ জীৱন নিৰ্ব্বাহৰ মানও উচ্চ। তাৰ নাগৰিক সকলৰ প্ৰাথমিক অভাব দূৰীকৰণৰ উদ্দেশ্য ওচৰ চুবুৰীয়াৰ সহায় সহযোগিতাত সমাজ চক্ৰ গঢ়ি উঠে। সেই সমাজ চক্ৰই সৰ্ব্বসাধাৰণৰ উমৈহতীয়া সমস্যা সমাধান কৰে আৰু স্থানীয় শিক্ষা কৃষ্টি সাধনত সক্ৰিয় অংশ গ্ৰহণ কৰে। আমাৰ দেশৰ জনসাধাৰণৰ বছৰি আয় গঢ় হিচাপত ইমান কম যে, ইংলণ্ডৰ সৰ্ব্বসাধৰণৰ জীৱন নিৰ্ব্বাহৰ মানৰ সৈতে তাৰ তুলনা নকৰি, এইটো কোৱা সমীচীন হব যে ভাৰতৰ স্থান এই বিষয়ত বহুত তলত। আমাৰ দেশ ভাৰতবৰ্ষ আৰ্থিক সম্পদেৰে ভৰপূৰ হলেও তাৰ সম্পূৰ্ণ সদ্ব্যৱহাৰ হোৱা নাই। বিলাতত হলে গ্ৰেট-বৃটেইনৰ আৰ্থিক সম্পদৰ সম্পূৰ্ণ সদ্ব্যৱহাৰ হৈছে। এইটো ঠিক যে ভাৰতৰ সমাজ উন্নয়নৰ সমূহীয়া আঁচনিৰ দেশ ব্যাপি এক বিৰাট যৌথ অভিযান চলিছে। তাৰ ফলত দেশৰ আৰ্থিক সম্পদৰ সদ্ব্যৱহাৰৰ সকলো প্ৰকাৰৰ চেষ্টা প্ৰচেষ্টা চলিছে। ভাৰতৰ সমূহীয়া আঁচনিৰে সৰ্ব্ব সাধাৰণৰ জীৱন নিৰ্ব্বাহৰ মান বৰ্ত্তমান হাৰ আৰু তাক বঢ়োৱা বিষয়ে ভাৰতৰ

পৰিকল্পনা আয়োগে আগবঢ়োৱা পৰামৰ্শৰ কথা আগৰ অধ্যায়ত উন্নুকিয়াই আহিছোঁ। গতিকে ভাৰতৰ সমাজ উন্নয়ন আৰু বিলাতৰ সমাজ উন্নয়নৰ মূল নীতিৰ প্ৰসঙ্গত এইটো উল্লেখ কৰাটো প্ৰনিধান যোগ্য যে, সমাজ উন্নয়নৰ মূল-নীতি হ'ল মানৱ ধৰ্ম্ম পালন। অৰ্থাৎ মানুহে সমাজত যাতে সুখ-শান্তিত থাকি মানৱ জাতিৰ কল্যাণ সাধন কৰি প্ৰেম-প্ৰীতি স্নেহ-ভাল পোৱাৰ মাজেৰে জনকল্যাণহেতু পৰস্পৰে ত্যাগ কৰি, সুখ-স্বচ্ছন্দতাৰে সমাজত নিজে বাস কৰাৰ লগতে, সৌহাৰ্দ্দ আৰু ভাতৃ ভাবেৰে সমাজত থকা অইন লোকক আৰু ভাল জীৱন যাপন কৰাত সহায় কৰিব পাৰে। 'লিভ এণ্ড্ লেট্ লিভ্* (LIVE & LET LIVE) ইংৰাজীত এষাৰ কথা আছে। লোক সমাজ বিকাশত এই আশাৰ কথা প্ৰযোজ্য। সমাজ উন্নয়নও এই নীতিতে প্ৰতিষ্ঠিত।

বিলাতৰ লোক সমাজ সংগঠনৰ (Community Organisation in U.K) ক্ৰমোন্নতি বিষয়ত ইং ১৯৪৪ খৃষ্টাব্দৰ পিচৰ পৰা বৃটিছ সকলৰ সমাজ উন্নয়নৰ কৰ্ম্মপন্থা আৰু কাৰ্য্য প্ৰণালীৰ অভিজ্ঞতা উল্লেখযোগ্য। এই সময়ৰ পৰাই যে তেওঁলোকে সমাজ উন্নয়নৰ সূত্ৰ নিৰ্ণয় কৰাত লাগিছিল তাক প্ৰথম অধ্যয়তে উল্লেখ কৰি আহিছোঁহক। তাৰ পাচত ইং ১৯৪৮ খৃষ্টাব্দত বহা কেম্ব্ৰিজ সভা আৰু ইং ১৯৫৪ খৃষ্টাব্দত বহা এ'শ্ৰিজ সভাত যে সমাজ উন্নয়নৰ

* Community Projects in Bombay State 1952.

সাৰ্ব্বজনীন সূত্ৰ* গ্ৰহণ কৰিছে তাকো উমুকিয়াই আহিছোঁ। আনকি ইং ১৯৫৭ খৃষ্টাব্দত এই বিষয়ৰ† মিঃ টি আৰ ব্যাটেনে কি সৰল আৰু সহজ সূত্ৰেৰে সমাজ উন্নয়নৰ কাৰ্য্যবিলাকৰ কথা কৈছে তাকো আমি কৈ আহিছোহঁক। এনেকৈয়ে বিলাতত সমাজ সংগঠন আৰু সমাজ উন্নয়ন হৈ বৰ্ত্তমান অৱস্থা পাইছে। বিলাতৰ সমাজ উন্নয়নৰ ক্ৰমোন্নতিৰ এয়ে থুলমূল আৰু চমু বুৰঞ্জী।

* Community Development is a movement intended to promote betterment of the whole of the Community with its active participation and on its own initiative.

† *"It includes the whole range of development activities in the districts, whether these are undertaken by Government or unofficial bodies."* T. R. Batten—Communities and their Development.

# তৃতীয় অধ্যায়

## ( ১ )

## শিক্ষাৰ আধাৰ

বিলাতৰ লৰা-ছোৱালীৰ শিক্ষা বিষয়ে আলোচনা কৰাৰ আগতে শিক্ষাৰ মূল উদ্দেশ্য সাধনত শিক্ষাৰ আধাৰৰ বিষয়ে চমুকৈ উল্লেখ কৰাটো সমীচীন হব।

শিক্ষাৰ আধাৰ মানুহৰ জীৱনত চাৰিটা বেলেগ বেলেগ পৰ্য্যায়ত পৰিলক্ষিত হয়। যেনেঃ—(১) দাৰ্শনিক আধাৰ (২) মনস্তাত্বিক আধাৰ (৩) বৈজ্ঞানিক আধাৰ আৰু (৪) সমাজ বিজ্ঞান সম্মত আধাৰ।

দাৰ্শনিক আধাৰে শিক্ষাৰ আদৰ্শ আৰু উদ্দেশ্য নিৰ্দ্ধাৰণ কৰে। ধৰ্ম্ম আৰু নৈতিক অৱধাৰণা এই দাৰ্শনিক আধাৰত প্ৰতিষ্ঠিত। জীৱন আৰু শিক্ষাৰ সম্বন্ধ এনেভাবে জড়িতযে দাৰ্শনিক আধাৰে শিক্ষাৰ আদৰ্শৰ দিশ নিৰ্ণয় কৰে।

মনস্তাত্বিক আধাৰত জীৱনৰ পাতনি মেল খায়। প্ৰাকৃতিক পৰিক্ৰমাত মানুহৰ অন্তৰত শিক্ষাৰ বিকাশ হয়। আধুনিক চিন্তাশীল ব্যক্তিৰ ধাৰণামতে মনস্তাত্বিক আধাৰেই প্ৰকৃত শিক্ষাৰ ভেটি। কাৰণ ছাত্ৰ-ছাত্ৰীৰ আৱশ্যকতা-বাপ আৰু যোগ্যতা মনস্তাত্বিক আধাৰৰ সূত্ৰ সংবিন্যস্ত।

শিক্ষাৰ বৈজ্ঞানিক আধাৰত বিশেষ জোৰ দিয়া দেখা গৈছে। কাৰণ আজিৰ যুগত বিজ্ঞানৰ প্ৰগতিৰ ক্ৰমবিকাশত মানৱীয় পাৰিপাৰ্শ্বিকতাই আনিছে এক সাৰ্ব্বজনীন্ আমূল পৰিবৰ্ত্তন আৰু অভিনৱ যুগান্তৰ। বাস্তৱ জীৱনৰ লগত ছাত্ৰ-ছাত্ৰীৰ যি অভিজ্ঞতা তাৰ লগত শিক্ষাৰ বুনিয়াদ ওতপ্ৰোতভাবে জড়িত। ছাত্ৰ-ছাত্ৰীয়ে সদায় বাস্তৱৰ লগত খাপ খাই চলিলেহে বিজ্ঞান সম্মত আধাৰত শিক্ষাৰ ভেটি টনকিয়াল কৰিবলৈ সক্ষম হয়।

সমাজ বিজ্ঞান সম্মত শিক্ষাৰ আধাৰত প্ৰতিষ্ঠিত শিক্ষাৰ প্ৰগতিশীল শক্তিয়েই সমাজ বিকাশৰ একমাত্ৰ উপায় আৰু শিক্ষাৰ প্ৰগতিশীল শক্তিয়েই সমাজক অমৰকৈ ৰাখে যিহেতু সমাজ বিজ্ঞান সম্বন্ধীয় শিক্ষাৰ আধাৰ প্ৰকৃত শিক্ষা অৰ্জ্জনত অপৰিহাৰ্য্য। আজিৰ লৰাছোৱালীহঁতেই কাইলে সমাজৰ সভ্য। তেওঁলোকে সমাজত বাস। কৰে তেওঁলোকৰ কাৰণেই সমাজ। লৰা-ছোৱালী ছাত্ৰ-ছাত্ৰীৰ ওপৰত লোকসমাজৰ বিকাশতে সমুদায় সমাজৰ ভবিষ্যত নিৰ্ভৰ কৰে। কাৰণ ব্যক্তি বা জাতিৰ সামাজিক চেতনা লাভত সমাজৰ মানুহে যেতিয়া সক্ৰিয় অংশ গ্ৰহণ কৰে, তেতিয়াহে শিক্ষাত মানব সমাজে আগবাঢ়ে বুলি কয়। সেই কাৰণে সামাজিক জীৱন, সামাজিক জীৱন-যাপনত মানুহৰ প্ৰকৃত শিক্ষাৰ আচল ৰূপ দেখিব পোৱা যায়।

( ২ )

## বিলাতৰ লৰা-ছোৱালীৰ শিক্ষা

লৰা-ছোৱালীহঁতেই দেশৰ আশা-ভৰষাৰ স্থল। আজিৰ সৰু সৰু লৰা-ছোৱালীয়ে কাইলৈ দেশৰ দায়িত্বশীল নাগৰিক। দায়িত্বশীল আৰু আত্মনিৰ্ভৰশীল নাগৰিক গঢ়িবলৈ বিলাতত এই লৰা-ছোৱালীহঁতক সৰুৰ পৰা কেনে শিক্ষা দিয়া হয় তাৰ চমু আভাস দিয়া যাওক।

ইং ১৮৬৪ খৃষ্টাব্দত টন্ টন্ কমিশ্যনৰ ( Ton Ton Commission ) অভিস্তাৱ ( Recommendation ) অনুসৰি ইংলণ্ডৰ স্কুল সমূহত মাচুল ( Fees ) আদায় কৰা হৈছিল। কিন্তু ইং ১৯৪৪ খৃষ্টাব্দত লৰা-ছোৱালীহঁতক পোন্ধৰ বছৰ বয়সলৈ বিনা মাচুলে ( Free and Compulsory education ) অবৈতনিক শিক্ষা দিয়াৰ আইন পাচ হৈছিল। বিলাতত প্ৰাথমিক পাঠশালাৰ ( Primary School ) শিক্ষা শেষ হোৱালৈ তলত উল্লিখিত তিনি প্ৰকাৰৰ পঢ়াশালিত লৰা-ছোৱালীহঁতৰ বয়সানুযায়ী শিক্ষা দিয়া হয়। যেনে, (ক) শিশু-বিদ্যালয় ( Nursery School )—দুই বছৰৰ পৰা পাঁচ বছৰলৈ এই স্কুলত শিক্ষা দিয়া হয়। (খ) বালক-বালিকাৰ স্কুল ( Infant School )—পাঁচ বছৰৰ পৰা সাত বছৰলৈ এই স্কুলত শিক্ষা দিয়া হয়। (গ) প্ৰাথমিক পাঠশালা —সাত বছৰৰ পৰা এঘাৰ বছৰলৈ এই স্কুলত শিক্ষা দিয়া হয়।

ইয়াৰ পাচত বিলাতৰ শিক্ষা পদ্ধতিৰ বিষয়ে 'হেডো ৰিপোর্ট' ( Hadow Report ) বাহিৰ হয়। সেই প্রতিবেদনৰ মর্ম্মে লৰা-ছোৱালীৰ মাধ্যমিক শিক্ষাৰ বাবে নিম্নোক্ত তিনি প্রকাৰৰ মাধ্যমিক স্কুলৰ ব্যৱস্থা বিলাতত কৰা হ'ল। যেনে— (ক) বিশ্ববিদ্যালয়ৰ উচ্চশিক্ষা সংক্রান্ত স্কুল। (খ) আধুনিক স্কুল। (গ) প্রাবৈধিক উচ্চ স্কুল।

প্রাথমিক পাঠশলাৰ শিক্ষা সাং কৰি, পাচত মাধ্যমিক স্কুলত ভর্ত্তি কৰাৰ উদ্দেশ্যে অর্থাৎ এঘাৰ বছৰৰ ওপৰৰ ( Eleven Plus ) লৰা-ছোৱালীবোৰৰ এটি পৰীক্ষা লোৱা হয়। এই পৰীক্ষাৰ দ্বাৰা এঘাৰ বছৰৰ ওপৰৰ লৰা-ছোৱালী-হঁতৰ বুদ্ধি আৰু মগজ অনুসৰি সিহঁতক শ্রেণীবিভাগ কৰি ( Grading on intelligent quotient basis ) ভিনে ভিনে বাচি উলিওৱা হয়। মগজ আৰু বুদ্ধিবৃত্তি পৰীক্ষা কৰি লৰা-ছোৱালীবিলাকৰ শ্রেণীবিভাগ কৰি লৈহে, মাধ্যমিক স্কুলৰ বাবে ছাত্র-ছাত্রীৰ বাছনি কৰা হয়। সেই বাছনি পৰীক্ষা স্থানীয় প্রশাসনীয় কর্ত্তৃপক্ষৰ শিক্ষা বিভাগৰ দ্বাৰা লোৱা হয়। উক্ত বাছনিক পৰীক্ষা তলত দিয়া তিনিটা বিষয়ত লোৱা হয়। প্রত্যেক বিষয়ত মাথোঁ একোখনকৈ প্রশ্ন কাকত থাকে। বিষয়বোৰ হ'ল যথা ঃ—

১। সাধাৰণ বুদ্ধিৰ পৰীক্ষা।

২। ইংৰাজী আয়ত্বৰ পৰীক্ষা।

৩। গণিত আয়ত্বৰ পৰীক্ষা।

উক্ত বাছনিক পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰ-ছাত্ৰী সকলকহে মাধ্যমিক স্কুলত ভৰ্ত্তিৰ উপযুক্ত বুলি বিবেচনা কৰা হয়। গড় হিচাবত শতকৰা ২০ জনহে মাথোঁ বিশ্ববিদ্যালয়ৰ উচ্চ-শিক্ষা সংক্ৰান্ত মাধ্যমিক স্কুলত ভৰ্ত্তি হৈ পঢ়িবলৈ লয়।

আধুনিক মাধ্যমিক হাইস্কুলৰ ভৰ্ত্তিৰ বাছনি পৰীক্ষাত উৰ্ত্তীৰ্ণ হোৱা প্ৰাৰ্থীৰ শতকৰা গড় হিচাপত ৭০ জন ছাত্ৰইহে পঢ়ে।

প্ৰাবৈধিক মাধ্যমিক হাইস্কুলত ভৰ্ত্তিৰ বাবে বাছনিক পৰীক্ষাত উত্তীৰ্ণ হোৱা প্ৰাৰ্থীৰ ১০ জনে সেই স্কুলত পঢ়ে।

উক্ত তিনি শ্ৰেণীৰ মাধ্যমিক স্কুলৰ ছাত্ৰ-নিৰ্ব্বাচন স্বকীয়া স্বকীয়া ভাৱে হয়।

প্ৰত্যেক শ্ৰেণীৰ স্কুলৰ স্বকীয়া নিৰ্ব্বাচনেৰ সেই স্কুলত ভৰ্ত্তি হবলৈ খোজা ছাত্ৰ-ছাত্ৰাৰ মগজ বা বুদ্ধি-বৃত্তিৰ বেগেল বেলেগ মান ( Separate Standard of intelligent Quotient of the Students ) নিৰ্ণয় কৰি লোৱা হয়।

ইং ১৯৪৪ খৃষ্টাব্দৰ আইন মতে দেশৰ সকলো ল'ৰা ছোৱালীৰ ১৫ ( পোন্ধৰ ) বছৰলৈ চৰকাৰে ছাত্ৰ-ছাত্ৰীহঁতক সকলো স্নবিধা দি বিনামাচুলে অবৈতনিক শিক্ষা দিয়ে। তাৰ পাচত, অৰ্থাৎ মাধ্যমিক স্কুলৰ শিক্ষা সামৰণি পৰাৰ পিচতেই, এটি সাৰ্বজনীন পৰীক্ষা লোৱা হয়। লৰা-ছোৱালীহঁতৰ ষোল বছৰ বয়সত এই 'পাব্লিক্ এক্সামিনেশ্যন' লোৱা হয়। এই পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰ-ছাত্ৰীক্ ( General Education

certificate ) সাধাৰণ শিক্ষাৰ প্ৰমাণ পত্ৰ দিয়া হয়। বিলাতৰ শিক্ষা পদ্ধতিৰ এই পৰীক্ষাটোৰ দেওনা পাৰ হব পাৰিলেহে ছাত্ৰ-ছাত্ৰীয়ে সাধাৰণ শিক্ষা প্ৰাপ্ত বুলি পৰিগণিত হয়। সেই দেশৰ ছাত্ৰ-ছাত্ৰীইঁতৰ ষোল বছৰত যি সকলে উক্ত সাধাৰণ শিক্ষাৰ প্ৰমাণ পত্ৰ লাভ কৰে—সি সাধাৰণ খাপৰহে।

ষোলবছৰত সাধাৰণ খাপৰ সাধাৰণ শিক্ষাৰ প্ৰমাণ পত্ৰ লাভ কৰাৰ পাচত উক্ত সাৰ্বজনীন পৰীক্ষাৰ উচ্চ খাপৰ পৰীক্ষা লোৱা হয়। সাধাৰণ খাপৰ পৰীক্ষাৰ দুই বছৰ পিচত অৰ্থাৎ লৰাছোৱালীৰ ১৮ ( ওঠৰ ) বছৰ বয়সত লোৱা হয়।

ওঠৰ বছৰ বয়সত, সাধাৰণ শিক্ষাৰ প্ৰমাণ পত্ৰৰ উচ্চ খাপৰ পৰীক্ষাত উত্তীৰ্ণ হলেহে, বিলাতৰ ছাত্ৰ-ছাত্ৰীয়ে নিজৰ নিজৰ ৰাপ অনুযায়ী স্বকীয়া স্বকীয়া ব্যৱসায়িক বৃত্তিত ( Profession ) বিশ্ববিদ্যালয়ত উচ্চশিক্ষাৰ হাবিয়াস কৰি অধ্যয়ন কৰে।

এতিয়া দেখা গ'ল যে বিলাতত যি সাধাৰণ শিক্ষাৰ প্ৰমাণ পত্ৰ পৰীক্ষা হয়, বাস্তৱত সি সাধাৰণ নহয়। সাধাৰণ শিক্ষাৰ প্ৰমাণ পত্ৰ পৰীক্ষাৰ উচ্চখাপত উত্তীৰ্ণ হব পাৰিলেহে সেইদেশত বিশ্ববিদ্যালয়ত প্ৰৱেশ কৰি উচ্চ শিক্ষাৰ বিশেষ সুবিধা পোৱা যায়। অৱশ্যে, সাধাৰণ শিক্ষাৰ প্ৰমাণ পত্ৰ পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰ-ছাত্ৰীৰ দৰে তেনে বিশেষ সুবিধা নাপায়। আমাৰ দেশৰ বিশ্ববিদ্যালয়ৰ ডিগ্ৰীধাৰী

স্নাতক সকলে বিলাতলৈ গলে বিলাতৰ বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা লোৱাৰ বাবে উপযুক্ত বুলি ধৰা হয়। যদি বিশ্ববিদ্যালয়ৰ স্নাতক ( Batchelor of University ) হৈ যাব নোৱাৰে, তেন্তে বিলাতলৈ গৈ অন্ততঃ সাধাৰণ শিক্ষাৰ প্ৰমাণ পত্ৰৰ পৰীক্ষা পাচ কৰিব লাগিব। তাৰ পাচতহে লণ্ডন বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা লোৱাৰ যোগ্যতা লাভ কৰিব পাৰে।

উপৰোক্ত মাধ্যমিক স্কুলৰ ছাত্ৰ-ছাত্ৰীক ভৰ্ত্তি কৰোতে যে প্ৰত্যেক বিধ স্কুলৰ বাবে স্বকীয়া স্বকীয়া বাছনিক্ পৰীক্ষা আছে তাক উন্মুকিয়াই আহিছোহঁক। সেই বাছনিক পৰীক্ষাৰে লৰা ছোৱালীৰ স্বকীয়া স্বকীয়া মগজ-বুদ্ধি-বৃত্তি-নিৰ্ণয় কৰিহে উক্ত স্কুলবোৰত ভৰ্ত্তি কৰা হয়। লৰা-ছোৱালীহঁতৰ বুদ্ধি-বৃত্তিৰ মান নিৰ্ণয় কৰা হয় বুদ্ধি অঙ্কৰে। বিলাতৰ শিক্ষাবিদ সকলে এই বিষয়ত অভিজ্ঞতা লাভ কৰি এই বুদ্ধি অঙ্কৰ সুচিন্তিত বিশেষ সূত্ৰ বাহিৰ কৰিছে। ইয়াত বুদ্ধি অঙ্কৰ উল্লেখ মাত্ৰ কৰা হ'ল। সেই বিষয় ইয়াত বিশদ আলোচনা নকৰি চমুকৈ ইয়াকে কোৱা যাওক যে লৰা-ছোৱালী বিলাকক বুদ্ধি অঙ্কৰ সূত্ৰৰ ভেটিত ভাগ ভাগ কৰি বাছি উলিয়াইহে মাধ্যমিক স্কুলত ভৰ্ত্তিৰ বাবে বাছনি কৰা হয়। গতিকে বিলাতত বুদ্ধি-অঙ্কৰ দ্বাৰা লৰা-ছোৱালীহঁতৰ বুদ্ধি-বৃত্তিৰ মান নিৰ্ণয় কৰা হয়।

## বিশ্ববিদ্যালয়ৰ উচ্চশিক্ষা সক্ৰান্ত স্কুল
## ( Grammar School )

গ্ৰামাৰ স্কুলত ভৰ্ত্তি হোৱা ছাত্ৰ-ছাত্ৰীৰ বুদ্ধিমত্তা বৰ বেচি হলে বুদ্ধি অঙ্কৰ সূত্ৰ অনুসৰি ১৪০ হেনো। ( Maximum intelligent quotient is 140 ) এই বিধ মাধ্যমিক স্কুলৰ ছাত্ৰ-ছাত্ৰীসকলৰ বুদ্ধিমত্তা প্ৰায়েই ১০০ৰ পৰা ১৪০ অৰ ভিতৰত। এই স্কুল, বিশ্ববিদ্যালয়ৰ উচ্চশিক্ষা সংক্ৰান্ত ( It is purely academic )। উক্ত ধৰণৰ ধীমান ছাত্ৰ সংখ্যাৰ শতকৰা ২০ ( কুৰি ) জনেহে এই স্কুলত পঢ়া শুনা কৰে। গতিকে দেখা যায় এই স্কুলত পঢ়া শুনা কৰা ছাত্ৰ-ছাত্ৰী সকল চোকা বুদ্ধিৰ। এনেকুৱা তীক্ষ্ণবুদ্ধিৰ ছাত্ৰ-ছাত্ৰী সকলেহে বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা লবৰ হেপাঁহ কৰে। নাইবা ব্যাঙ্ক অথবা বীমা প্ৰভৃতি যিবোৰ কোম্পানীত শিক্ষা লাভ কৰিবলৈ প্ৰখৰ বুদ্ধিৰ আৱশ্যক, তেনেবোৰ ব্যৱসায়ৰ কোম্পানীত এই শ্ৰেণীৰ ধীমান ছাত্ৰসকলে উচ্চশিক্ষা বা প্ৰশিক্ষণ লাভ কৰে। বিলাতৰ সমাজত এই বিধ স্কুলৰ ( This Grammar School has a high social prestige ) খুব বেচি মৰ্য্যাদা।

## আধুনিক স্কুল

এঘাৰ বছৰৰ পৰা পোন্ধৰ বছৰীৱা ( ১১-১৫ ) ছাত্ৰই এই আধুনিক মাধ্যমিক স্কুলত ভৰ্ত্তি হয়। এই স্কুলত চাৰিবছৰ

কাল পাঠ পঢ়ুৱা হয়। এই স্কুলৰ শিক্ষা বিশেষ কাৰ্য্যকৰী। কিয়নো এই স্কুলৰ ছাত্ৰ-ছাত্ৰী সকলক ভৱিষ্যত জীৱনত কৰ্ম্মঠ কৰি তোলা হয়। ইয়াৰ শিক্ষাই ছাত্ৰসকলক স্বাবলম্বী জীৱন যাপন কৰাৰ সহায় কৰে। ই ব্যৱসায়িক অভিনতি ( It is vocational bias. )। মিস্ত্ৰী, বাঢ়ৈ, কমাৰ বৃত্তিৰ স্পৃহা থকা ছাত্ৰ-ছাত্ৰীসকলৰ পক্ষে এই স্কুলৰ শিক্ষা বিশেষ উপযোগী। ইযাত পঢ়া ছাত্ৰ-ছাত্ৰীসকলৰ বুদ্ধিবৃত্তি গড় হিচাপত বুদ্ধি অঙ্কৰ সূত্ৰমতে ( ৭৯%-১০০% ) সত্তৰৰ পৰা এশৰ ভিতৰত। এনেকুৱা বুদ্ধিবৃত্তি থকা বিলাতৰ ছাত্ৰ-ছাত্ৰীৰ সৰহ সংখ্যকে অৰ্থাৎ শতকৰা সত্তৰ ( ৭০% ) জনেই ছাত্ৰ অৱস্থাৰ পৰা বাস্তৱ জীৱনত স্বাবলম্বী ভাবে চলিবলৈ, এই স্কুলত কাৰ্য্যকৰী শিক্ষা লাভ কৰে। লৰা কালৰ এঘাৰ বছৰৰ পৰা পোন্ধৰ বছৰৰ ভিতৰতে ব্যৱসায়িক শিক্ষা প্ৰশিক্ষণ ( Vocational training ) লাভ কৰি বিলাতৰ ষোল বছৰীয়া ছাত্ৰ-ছাত্ৰীয়ে আত্ম-নিৰ্ভৰশীল হব পাৰে। আমাৰ দেশত হলে ষোল বছৰীয়া ডেকা বা ষোড়শী যুৱতীক প্ৰি-ইউনিভাৰ্সিটি অথবা বিশ্ববিদ্যালয়ৰ তিনিবছৰীয়া স্নাতকৰ পাঠ্য পঢ়াৰ চিন্তাই জুমৰি দি ধৰে। বিলাতত এনেকুৱা শিক্ষা-পদ্ধতিৰ মাজেৰে উক্ত মাধ্যামিক স্কুলৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হৈ, ছাত্ৰ-ছাত্ৰী সকলে ‘ষোল্লবছৰ বয়সতে’ নিজৰ ভৰিত থিয় হবলৈ সক্ষম হয়।

# প্ৰাবৈধিক হাইস্কুল

ছাত্ৰসকলৰ বুদ্ধিমত্তাৰ-মান নিৰ্ণয়ত যি সকলৰ ছাত্ৰৰ বুদ্ধিবৃত্তি বুদ্ধি অঙ্কৰ সূত্ৰমতে এশৰ অধিক তেনে ধীমান লৰা ছোৱালীকহে এই শিল্পোচ্চ বিদ্যালয়ত ( Technical High School ) ভৰ্ত্তি কৰা হয়। বুদ্ধিৰ অঙ্কৰ ১০০ৰ অধিক চোকা ছাত্ৰৰ শতকৰা দহজনেহে এই স্কুলত পঢ়িবলৈ লয়। এই স্কুলত ছাত্ৰ-ছাত্ৰী সকলৰ এটি বয়স কাল আছে। কেৱল ( ১১-১৬ ) এঘাৰ বছৰৰ পৰা ষোল বছৰৰ ল'ৰা-ছোৱালীক এই স্কুলত ছাত্ৰ হিচাবে ভৰ্ত্তি কৰা হয়। এই স্কুলৰ শিক্ষা আচলতে প্ৰাবৈধিক ( Purely Technical ) অৰ্থাৎ তেনেই শিল্প সম্বন্ধীয়। ইয়াৰ ছাত্ৰ-ছাত্ৰীহঁতক ঔদ্যোগিক প্ৰশিক্ষণ ( Technical Training ) দিয়া হয়। তাৰ ভিতৰত—যন্ত্ৰ-বিদ্যা, ( Engineering ) নিৰ্ম্মাণবিদ্যা, বেহা-বেপাৰ ( Commerce ), হিচাপ-লেখ ( Accountancy ) আৰু অনাতাঁৰৰ ( Wireless ) শিক্ষা-প্ৰশিক্ষণ ইত্যাদি।

এই শিল্প-বিদ্যালয়ত শিক্ষা লাভ কৰি এঘাৰ বছৰৰ ( ১১-১৬ ) পৰা ষোল বছৰৰ ভিতৰত বিলাতৰ ল'ৰা-ছোৱালীয়ে নিৰ্ম্মাণ বিদ্যা, যন্ত্ৰবিদ্যা, বেপাৰ বাণিজ্য, অঁনাতাৰ, যন্ত্ৰ-শিল্প প্ৰভৃতি দক্ষ ব্যৱসায়ৰ ( skilled profession ) প্ৰবেশ-পথ পায়।

# বহুমুখী স্কুল

ওপৰত উল্লেখ কৰি অহা বিশ্ববিদ্যালয় সম্বন্ধীয় উচ্চ শিক্ষাৰ বাবে ল'ৰা-ছোৱালীক প্ৰস্তুতি কৰিবলৈ যি মাধ্যমিক স্কুল, (Grammar School) আৰু আধুনিক স্কুল, অথবা প্ৰাবৈধিক স্কুলত যিবোৰ পাঠ্য পঢ়ুৱা হয়, এই বহুমুখী (Comprehensive School) স্কুলৰ একেটি ঘৰতে আটাইবোৰ পাঠ্য পঢ়ুৱাৰ ব্যৱস্থা আছে। সেয়ে ই এখন বিৰাট স্কুল। এই স্কুল ইমান ডাঙৰ যে, এনে এখন স্কুলত বাৰশৰ পৰা চব্বিশ (১২০০-২৪০০) ছাত্ৰ-ছাত্ৰীয়ে পঢ়া শুনা কৰে। যিখন স্কুলত এহেজাৰৰ পৰা প্ৰায় আঢ়ৈ হাজাৰ ল'ৰা-ছোৱালীয়ে শিক্ষা লাভ কৰে সেইখন স্কুল কিমান ডাঙৰ হব পাৰে তাক সহজে অনুমান কৰিব পাৰি। ছাত্ৰসংখ্যা অনুপাতে শিক্ষকৰ সংখ্যাও সৰহ। সৰ্ব্বতোমুখী স্কুল (Comprehensive School) একোখনত ১২৫ জনৰো অধিক শিক্ষকে ছাত্ৰ পঢ়ুৱায়।

এনে সৰ্ব্বতোমুখী স্কুলৰ এয়ে অসুবিধা যে ছাত্ৰসংখ্যা ইমান বেচি যে শিক্ষক আৰু ছাত্ৰৰ মাজত যেনে ঘনিষ্ঠ সম্বন্ধ থকাটো বাঞ্ছনীয়, সেই সম্বন্ধতো নাথাকেই। আনকি শিক্ষক ছাত্ৰৰ মাজত চিনা-পৰিচয় নহয়। বিৰাট কাৰখানা এটিৰ হাজাৰ হাজাৰ মজদুৰ সকলৰ মাজত যেনেকৈ পৰস্পৰৰ চিনা পৰিচয় নহয়, তেনেকৈ সৰ্ব্বতোমুখী স্কুলৰ হাজাৰ হাজাৰ ছাত্ৰৰ সৈতে চিনা-পৰিচয় হোৱাৰ সুযোগ খুব কম। কাচিতহে

কোনো ছাত্ৰই কোনো শিক্ষকৰ লগত বিশেষ চিনা পৰিচয় হোৱাৰ সুবিধা পায়। আচলতে এই স্কুলখনে কাৰখানা সদৃশ। এতেকে এইবিধ স্কুলৰ শিক্ষকে ছাত্ৰৰ প্ৰতি বিশেষ মনোযোগ দিব নোৱাৰে।

সৰ্ব্বতোমুখী স্কুলৰ এপিনে যেনেকৈ অসুবিধা আছে আনপিনে তেনেকৈ কেতবোৰ সুবিধাও আছে। যেনে:—

(১) সৰ্ব্বতোমুখী স্কুলৰ স্থানীয় চুবুৰীৰ পৰা ছাত্ৰসমূহ আহি তাত শিক্ষা লয়। ওচৰৰ লৰাহঁতৰ মিলাপ্ৰীতিৰ ফলত ওচৰচুবুৰীয়াৰ মাজত হোৱা চুবুৰীৰ সম্বন্ধ গাঢ় কৰাত এই স্কুলে সহায় কৰে।

(২) একেখন স্কুলতে বিশ্ববিদ্যালয় সম্বন্ধায় উচ্চ শিক্ষাৰ পাঠ্য আধুনিক শিক্ষাৰ পাঠ্য আৰু শিল্পোচ্চ বিদ্যালয়ৰ পাঠ্য পঢ়ুৱাৰ ব্যৱস্থা থকাত, বিষয়বস্তুত ৰাপ অনুযায়ী বুদ্ধি, অঙ্কৰ ভেঁটিত ছাত্ৰই বদলি (Transfer) হোৱাত বিশেষ সুবিধা পায়।

(৩) সৰ্ব্বতোমুখী একেখন স্কুলতে বহুমুখী শিক্ষা-বিকাশৰ সুবিধা পোৱা যায়।

## উপপ্ৰাকৃতিক আৰু বিকলাঙ্গ লৰা-ছোৱালীৰ স্কুল
## (School for Sub-Normal and Disabled Children)

ভগবানৰ সৃষ্টি-ৰহস্য বুজা টান। প্ৰকৃতিৰ এই সুন্দৰ ভুবনত মানুহ শ্ৰেষ্ঠ জীৱ। সেই মানুহৰ মাজতে ভগবানে কাকো সৃষ্টি কৰিছে ধুনীয়াকৈ, কাকো হয়তো সুন্দৰ ৰূপ

চেহেৰা দিছে, কাকো। বাকহীন বোবা কৰি স্ৰজিছে, কাকো হয়তো খোৰা-কোঙ্গা-বিকলাঙ্গ কৰি স্ৰজন কৰিছে। কোনোৱে নাজানে ভগবানৰ ইচ্ছা কি? তথাপি পৃথিবীৰ শ্ৰেষ্ঠজীৱ মানুহে, সভ্য দেশবোৰত উপপ্ৰাকৃতিক আৰু বিকলাঙ্গ লৰা-ছোৱালীহঁতৰ শিক্ষাৰ ব্যৱস্থাৰ বিধান কৰিছে। উপপ্ৰাকৃতিক আৰু বিকলাঙ্গ লৰা-ছোৱালী হলেও ভগবানে সকলোকে বুদ্ধিৰ পৰা বঞ্চিত কৰা নাই। বিলাতত থকা এনেকুৱা লৰা-ছোৱালীহঁতকো বুদ্ধি অঙ্কৰ ভেঁটিত ( On basis of intelligent quotient ) উক্ত স্কুলত ভৰ্ত্তি কৰা হয়। গড়হিচাপত এনেকুৱা লৰা-ছোৱালীহঁত শতকৰা ৭০ অৰ তলত। এনেবোৰ স্কুলত ভৰ্ত্তি হোৱা লৰা-ছোৱালীহঁতৰ প্ৰায়েই এই বুদ্ধিবৃত্তিৰ।

## অভিজন পাঠশালা

বিলাতৰ সৰ্ব্বসাধাৰণৰ বছৰেকীয়া আয় গড় হিচাবত আমাৰ ভাৰতবৰ্ষৰ সৰ্ব্বসাধাৰণৰ আয়তকৈ যে বহু বেচি তাক এই কিতাপৰ প্ৰথম অধ্যায়ত উল্লেখ কৰা হৈছে। যি দেশত সৰ্ব্বসাধাৰণৰ জীৱন নিৰ্ব্বাহৰ মান উচ্চ সেই দেশৰ ধনী, জমিদাৰ কাৰবাৰী, ব্যৱসায়ী, কাৰখানাৰ মালিক, উদ্যোগৰ অধিপতি, উদ্যোগৰ কৰ্ণধাৰ সকল কিমান ধনী হব পাৰে তাক সহজে অনুমান কৰিব পাৰি।

এই ধনী, মানী আৰু উচ্চ সম্ভ্ৰান্ত অভিজাতিক লোক-সকলে তেওঁলোকৰ লৰা-ছোৱালীহঁত স্থানীয় প্ৰশাসনীয়

কর্ত্তৃপক্ষই ( Local Authority ) অথবা কেন্দ্ৰীয় চৰকাৰে ( Central Government ) স্থাপন কৰা স্কুললৈ নপঠায়। তেওঁলোকে সুকীয়া সুকীয়া দান-বৰঙনি আৰু চাঁদাৰে এৰোখন বিৰাট স্কুল স্থাপন কৰে। উক্ত অভিজাতিক সম্ভ্ৰান্ত জাতিৰ দ্বাৰা প্ৰতিষ্ঠিত এই 'পাব্লিক স্কুল' পাব্লিকৰ দ্বাৰা পৰিচালিত বিদ্যালয় ( Public School ) স্বৰূপে জনাজাত। এই পাব্লিক স্কুলত ধনীৰ দুলাল সকলক শিক্ষা দিয়া হয়। 'হেৰ,' 'ঈটন' পাব্লিক স্কুল এই শ্ৰেণীৰ।

প্ৰাথমিক পাঠশালাৰ শিক্ষাৰ পাচতহে অভিজাত্যৰ গৌৰব মুকুট পিন্ধা ধনীৰ দুলাল সকলে তেৰ বছৰ বয়সত এই স্কুলত ভৰ্ত্তি হয়গৈ। এই স্কুলত পঢ়ুৱা খৰচ বৰ বেচি। পাব্লিক স্কুলৰ শিক্ষাৰ মানও অতি উচ্চ। এই স্কুলত পাঁচ বছৰ কাল পৰ্য্যন্ত শিক্ষা দিয়া হয়। গতিকে তাৰ ছাত্ৰ-ছাত্ৰীসকলে ওঠৰ বছৰ বয়সত তাৰ শিক্ষা সাং কৰে। এই স্কুলত যি পদ্ধতিৰে শিক্ষা দিয়া হয়, সেই পদ্ধতিৰ শিক্ষা, স্থানীয় ভাবে পাব নোৱাৰি! বিলাতৰ অভিজাতিক সম্ভ্ৰান্ত সম্প্ৰদায়ৰ উচ্চবংশৰ নাগৰিক সকলে তেওঁলোকৰ লৰা-ছোৱালীসকলক এই স্কুলত পঢ়ুৱায়। এই অভিজন পাঠশালা— 'পাব্লিক স্কুল' কোনো স্থানীয় প্ৰশাসনীয় কৰ্ত্তৃপক্ষৰ অধীনত নহয়। আনকি চৰকাৰৰ পৰাও এই শ্ৰেণীৰ স্কুলবোৰে আৰ্থিক মঞ্জুৰি ( Grant ) নাপায়। এই স্কুলৰ মাচুলৰ নিৰিখ বা হাৰ ( Rate of Fees ) বৰ বেচি। ছাত্ৰসকলৰ

পৰা পোৱা ফিজ, দান, চাঁদা আৰু বৰঙনিৰ পৰা ইমান ধন সংগৃহীত হয় যে, সেই সংগৃহীত ধনৰ পূজিৰপৰা এই স্কুলৰ যাবতীয় কামৰ বাবে ধন খৰচ কৰা হয়, আৰু তেনেকৈ হোৱা ধনৰ যোগানেৰে সুন্দৰ ভাবে পাব্লিক স্কুলবোৰ ৰক্ষণাবেক্ষণ কৰা হয়।

## আৰ্থিক সাহায্য

দেশৰ লৰা-ছোৱালীক উপযুক্ত শিক্ষা দিবলৈ, ওপৰোক্ত শিক্ষানুষ্ঠানবোৰ ৰক্ষণাবেক্ষণৰ বাবদ কেন্দ্ৰীয় চৰকাৰে স্থানীয় প্ৰশাসনীয় কৰ্ত্তৃপক্ষক আৰ্থিক সাহায্য দিয়ে। বিলাতৰ নিজা বাসভবনৰ বাসিন্দাই চৰকাৰক সপ্তাহে সপ্তাহে কৰ ( Rate ) দিয়ে। এই কৰক ইংৰাজীত বিলাতত 'ৰেট' বোলা হয়। বিলাতত ঘৰভাৰা দি বসতি কৰা লোক সকলেও সপ্তাহে সপ্তাহে ঘৰ ভাৰা দিয়ে। প্ৰত্যেক ঘৰৰ অভিধাৰী সকলৰ পৰা ঘৰৰ গৰাকীয়ে যি ঘৰভাৰা পায়, সেই ধনৰ পৰা তেওঁ চৰকাৰক সপ্তাহে সপ্তাহে ৰেট্ দিব লাগে। এই স্থানীয় কৰৰ পৰা উক্ত স্কুলবোৰৰ ৰক্ষণাবেক্ষণৰ বাবদ দিয়া আৰ্থিক সাহায্যৰ ধন সংগৃহীত হয়। এনেকৈ পোৱা কৰৰ ধনৰ পৰা কেন্দ্ৰীয় চৰকাৰে স্থানীয় প্ৰশাসনীয় কৰ্ত্তৃপক্ষক ( Local Authority ) আৰ্থিক সাহায্য দিয়ে।

ওপৰোক্ত বিদ্যালয়বোৰত বিলাতৰ সৰু সৰু লৰা-ছোৱালী বিলাকে শিক্ষা লাভ কৰে। শৈশব অৱস্থাৰ পৰা সিহঁতক

শিক্ষাৰ সুবিধা দি, লৰা-ছোৱালীৰ মগজ-বুদ্ধি-বৃত্তি-স্পৃহা আৰু ৰাপ, দুই বছৰ বয়সৰ পৰা, শিক্ষাবিদ সকলে পৰ্য্যবেক্ষণ কৰে। বিলাতৰ কেন্দ্ৰীয় চৰকাৰৰ শিক্ষা বিভাগৰ জৰিয়তে লৰা-ছোৱালীৰ এনেকুৱা শিক্ষা ব্যৱস্থা কৰা হয়। সেই দেশত বুদ্ধি-অঙ্কৰ সূত্ৰেৰে বুদ্ধিবৃত্তিৰ মান নিৰ্ণয় কৰি, উপযুক্ত শিক্ষা দি সৰ্ব্বতোভাবে সহায় কৰা কাৰণে লৰা-ছোৱালীহঁতক শিক্ষা দানৰ পৰিকল্পনা কৃতকাৰ্য্য হোৱা দেখা যায়।

---

# চতুৰ্থ অধ্যায়

## কৃষি আৰু খাদ্য উৎপাদন

ভাৰত কৃষি প্ৰধান দেশত খেতি আৰু খাদ্য উৎপাদনেই হ'ল সমাজ উন্নয়নৰ প্ৰথম আৰু প্ৰধান উদ্যোগ। এই উদ্যোগৰ কৃতকাৰ্য্যতাত ভাৰতৰ এক প্ৰধান সমস্যা সমাধান নিৰ্ভৰ কৰিছে। কিন্তু সেই উদ্যোগ এতিয়াও সম্পূৰ্ণ কৃতকাৰ্য্য হৈ উঠা নাইযে তাৰ কেতবোৰ প্ৰধান* কাৰণ আছে। সেই কাৰণবোৰ চমুকৈ তলত উল্লেখ কৰা হ'ল। যেনে:—

(ক) খেতিৰ মাটি দেশজুৰি ভালকৈ জৰীপ হোৱা নাই।

(খ) মাটিত সাৰ নোহোৱা হেতু মাটিৰ উৎপাদন শক্তি হ্ৰাস হৈ আহিছে।

(গ) পুৰণি প্ৰথাৰে খেতি কৰি থকা কাৰণে সকলো মাটিত এতিয়াও আধুনিক বৈজ্ঞানিক ধৰণে খেতি কৰা হোৱা নাই।

(ঘ) খেতিৰ মাটিত ৰাসায়নিক সাৰৰ প্ৰয়োগ আগেয়ে সম্যকভাৱে হোৱা নাছিল। তদুপৰি শস্য ধ্বংসকাৰী পোকৰ প্ৰকোপত আগতে শস্য বিনাশ হৈছিল; কাৰণ পোক বিনাশ

---

* Community Projects—By Planning Commission of India.

কৰিবলৈ গাৱেঁ-ভূঞে দৰব পোৱা নগৈছিল। এতিয়া অৱশ্যে কৃষিবিভাগে তাৰ যথেষ্ঠ প্ৰতিকাৰ কৰিছে।

(ঙ) কোন ডৰা খেতিৰ মাটিত কোন বিধৰ সাৰ কিমান খিনি প্ৰয়োগ কৰিব লাগে তাৰ নিৰ্ণয় সম্যক ভাবে হোৱা নাই।

(চ) প্ৰকৃতিৰ দুৰ্যোগ—যেনে বান পানীত শস্য নষ্ট অথবা বৰষুণৰ অভাৱত এতিয়াও খেতি বন্ধ হয়। তাৰ কাৰণ খেতিৰ মাটিত সম্যক ভাবে জল সিঞ্চনৰ ব্যৱস্থা গোটেই ৰাজ্য বা দেশজুৰি আজিও হোৱা নাই।

(ছ) ভঁৰালত ফচল ঠিক ভাবে সংৰক্ষণ নহয়।

(জ) খেতিৰ পৰা উৎপন্ন হোৱা ফচলৰ পৰা ভিন ভিন প্ৰণালীৰে নানা তৰহৰ খাদ্য তৈয়াৰ কৰাৰ অভিজ্ঞতাৰ অভাব।

(ঝ) কোনো অঞ্চলত খেতিৰ ফচল বেচি হলে সেই অতিৰিক্ত ফচল, ঘাটিপৰা অঞ্চলত যথাসময়ত শস্তা মূল্যতে বজাৰত বিক্ৰীৰ ব্যৱস্থা নোহোৱাত খেতিৰে কৰা উৎপাদনৰ উপযুক্ত ব্যৱহাৰ নহয়।

উপৰোক্ত কাৰণবোৰৰ প্ৰতিকাৰ কৰাৰ চেষ্টাৰ উপৰিও লোক সমাজ বিকাশৰ প্ৰশাসনীয় বিভাগ আৰু কৃষি বিভাগৰ সংযোজনাত সমাজ উন্নয়নৰ উদ্যোগৰ কাম আগতকৈ দেশত যথেষ্ট হৈছে। লোক সমাজ বিকাশৰ তৰফৰ পৰা কৃষি-শিক্ষা

আৰু সামাজিক শিক্ষাৰ জৰিয়তে কৃষকসকলক কৰ্ত্তব্যৰ দায়িত্ব দিয়াৰ চেষ্টা দেখা গৈছে।

আগৰ দিনত অভিজ্ঞ খেতিয়কে জীৱন নিৰ্ব্বাহত যি বোৰ পৰীক্ষা মূলক অভিজ্ঞতা লাভ কৰিছিল তাক পুৰুষানুক্ৰম মানি আহিছিল। তাৰ উদাহৰণ স্বৰূপে 'ডাকৰ বচন' আৰু 'খনাৰ বচন' উল্লেখ কৰিব পাৰি। অসমৰ 'ডাক'ৰ বচনৰ পৰা কৃষি-বিজ্ঞান সম্মত নানাবিধ খেতিৰ প্ৰণালী আৰু নিয়ম-নীতি জানিব পাৰা যায়। ডাকৰ সময়ত, অসমত তথা ভাৰতত আজিৰ দৰে কৃষি শিল্পৰ বৈজ্ঞানিক উন্নতি হোৱা নাছিল। নাইবা, এতিয়াৰ দৰে কৃষি পামত খেতি কৰিবলৈ সুকীয়া সুকীয়া ৰেজিষ্টাৰ্ড কৃষক সঙ্ঘও কৃষিৰ উন্নতিৰ বাবে, চৰকাৰৰ ঘৰত ৰেজিষ্টাৰ্ড অৰ্থাৎ পঞ্জীবদ্ধ হোৱা নাছিল। 'ডাক'ৰ দৰে অভিজ্ঞ অথবা তাহানিৰ যুগৰ অভিজ্ঞ খেতিয়কৰ উপদেশানুযায়ী গাওঁৰ চহা লোক সকলে খেতি কৰিছিল। খেতি বিষয়ত ওপৰত উল্লেখ কৰা কাৰণ বোৰৰ সম্পূৰ্ণ প্ৰতিকাৰ হৈ নুঠাত, চৰকাৰে খেতিয়ক সকলক দায়িত্ব দিবলৈ ইচ্ছা কৰিলেও গাৱঁলীয়া ৰাইজে খেতি কৰাত অসুবিধা পোৱা দেখা যায়। সেই কাৰণে, আজিৰ দিনত গাৱঁৰ খেতিয়কৰ ল'ৰাই হালৰ মুঠি এৰি, টাউন বা চহৰলৈ গৈ, তামোল-পাণ বা চাহৰ দোকান দি নগৰত পেট প্ৰবৰ্ত্তন কৰা দেখা যায়। তাৰ ফলত গাওঁত আশাশুধীয়াকৈ খেতি কৰা লোকৰ সংখ্যা কমি আহিছে। অথচ গাওঁত জনসংখ্যা বছৰি বছৰি বাঢ়িয়েই আছে। আন পিনে, আকৌ কৃষি প্ৰধান

দেশবোৰ শিল্পোন্নত দেশহৈ প্ৰগতিৰ পথত আগ বাঢ়িছে ভাৰতত শিল্পোন্নতি হোৱাৰ লগে লগে, নতুন নতুন উদ্যোগ প্ৰতিষ্ঠা হোৱাত আৰু আধুনিক ধৰণত নগৰবোৰৰ প্ৰসাৰণ হোৱাত, নগৰ-চহৰৰ ওচৰত থকা খেতিৰ মাটিত হৈছে, নতুন নতুন আধুনিক যান্ত্ৰিক উদ্যোগৰ প্ৰতিষ্ঠা আৰু হৈছে বিৰাট, বিৰাট, অট্টালিকা, প্ৰাসাদ-সদৃশ কাৰ্য্যালয়, গবেষণা-আগাৰ, কাৰীকৰী কাৰখানা। গতিকে আগতে যি বোৰ মাটিত খেতি হৈছিল এতিয়া সেইবোৰ আৰু খেতিৰ মাটি হৈয়েই থকা নাই। অৰ্থাৎ ভাৰতত এই পৰিকল্পনাৰ যুগত, আধুনিক সভ্যতা বিস্তাৰৰ লগে লগে, দেশত উদ্যোগ আৰু নানা শিল্পৰ আঁচনি কাৰ্য্যত পৰিণত কৰা হেতু, ভাৰতত খেতিৰ মাটি কমি আহিছে। সেই কাৰণেও যি সকল প্ৰধান খেতিয়কে উক্ত কাৰণত খেতিৰ মাটিৰ পৰা বঞ্চিত হৈছে, তেওঁলোকে চৰকাৰৰ পৰা খেতিৰ মাটিৰ মূল্য বা তাৰ ক্ষতি পূৰণ বাবদ ধন পালেও, সেই টকা-পইচা পুনৰ কৃষি আৰু খাদ্য উৎপাদনত খটুৱা দেখা নাযায়। তেনেকুৱা কৃষক সকলে আকৌ হাল কোৰ লৈ খেতি কৰাৰ কোনো উৎসাহ বা উদ্দ্যম পোৱা নাই। গতিকে শিক্ষাৰ জৰিয়তে কৃষিত কেনেকৈ খতিয়কৰ ৰাপ বহুৱাব পাৰি তাৰ বাবে দেশজুৰি সকলো প্ৰকাৰৰ চেষ্টা চলিছে যদিও সেই চেষ্টা কিমান দূৰ ফলবতী হৈছে, তাক বাস্তবৰ কাৰ্য্যক্ষেত্ৰৰ পৰা সহজে অনুমান কৰিব পাৰি। আধুনিক বৈজ্ঞানিক উপায়ে যান্ত্ৰিক হাতিয়াৰ সৰঞ্জামৰ সহায়ত

কৃষি বিদ্যাৰে কেনেকৈ কৃষি উৎপাদন বঢ়াব পাৰি তাৰ উপায় উদ্ভাবন হৈছে সঁচা। কিন্তু, খেতিয়কৰ লৰা-ছোৱালীক আধুনিক যান্ত্রিক হাতিয়াৰ সৰঞ্জাম অর্থাৎ খেতিকৰাৰ সঁজুলি দি বৈজ্ঞানিক উপায়ে খেতি কৰিবলৈ সাহায্য দিয়াৰ ব্যৱস্থা হোৱা নাই। কৃষি-বিদ্যা শিকি খেতিয়কৰ লৰা-ছোৱালীয়ে যাতে খেতিত দেহে কেহে লাগি যান্ত্রিক হাতিয়াৰ সৰঞ্জামৰ সহায়ত, বৈজ্ঞানিক উপায়েৰে খেতি কৰি উৎপাদন বঢ়াব পাৰে, তাৰহে কার্য্যকৰী উপায় উলিওৱা নেহাৎ জৰুৰী হৈ উঠিছে। এই বিষয়ত স্থানীয় পঞ্চায়ত ( Local Authority ), ৰাজ্যিক চৰকাৰ আৰু ৰাষ্ট্রীয় চৰকাৰে ( National Government ) খেতিয়কক সকলো প্রকাৰে সহায় কৰাটো বাঞ্ছনীয়। সমাজ উন্নয়নত সামাজিক শিক্ষা আৰু কৃষি বিভাগৰ দ্বাৰা কৃষক সম্প্রদায়ক কেতবোৰ সুবিধা দিয়াৰ ব্যৱস্থা কৰা হৈছে যদিও কৃষকসকলে অকল সেই সুবিধাই নহয়, আগতে উনুকিয়াই অহা সকলো প্রকাৰৰ সুবিধা যাতে যথাসময়ত পায়, সবাতো আগে তাৰেহে ব্যৱস্থা কৰাটো বাঞ্ছনীয়। কাগজে-পত্রে হয়তো কৃষক শ্রেণীক চৰকাৰৰ পৰা কেতবোৰ সুবিধা দিয়াৰ ব্যৱস্থা আছে। কৃষকসকলে যদি সেই খিনি সুবিধাও, অফিচৰ ৰঙা ফিটাৰ মেৰপাকত, যথা সময়ত কার্য্যক্ষেত্রত নাপায়, তেন্তে তেনেবোৰ সুবিধা থকাৰ পৰাও কৃষক সম্প্রদায় কোনোপধ্যে উপকৃত নহয়।

স্বাধীনভাবে খেতি কৰি ‘সৰল জীৱন যাপন, উচ্চভাব

পোষণ’ কৰি (Plain living and high thinking) খেতিয়ক-সকলে স্বাৱলম্বী হৈ দেশৰ সেৱা কৰাটো, কি গৌৰৱৰ কথা, সেইটো খেতিয়কে যাতে হাৰে হিমজুৱে উপলব্ধি কৰে, তাৰ বাবে সুচিন্তিত পৰিকল্পনা কাৰ্য্যত পৰিণত কৰিবলৈ আৰু পলম কৰাটো উচিত নহয়।

এতেকে প্ৰত্যেক খেতিয়কে যাতে হৃদয়ঙ্গম কৰে যে, দেশৰ অন্নসমস্যা সমাধানৰ গুৰুত্ব দায়িত্ব, কৃষক সম্প্ৰদায়ৰ ওপৰত আৰু স্বাধীন ভাৰতৰ দায়িত্বশীল নাগৰিক হিচাপে প্ৰত্যেক কৃষকে খেতি কৰি খাদ্য উৎপাদন কৰা খেতিয়কৰ প্ৰথম আৰু প্ৰধান কৰ্ত্তব্য। এই বিষয়ে চৰকাৰৰ তৰফৰ পৰা প্ৰেৰণা দিবলৈ আৱশ্যক হলে পুৰস্কাৰ স্বৰূপে আৰ্থিক সাহায্যৰ ব্যৱস্থা কৰা উচিত।

এই প্ৰসঙ্গতে ইংলণ্ডৰ কৃষি শিল্প বিষয়ে লেখকৰ অভিজ্ঞতাৰ কথা উল্লেখ কৰাটো সমীচীন হব। লণ্ডন বিশ্ববিদ্যালয়ৰ ইন্ষ্টিটিউট্ অফ্ এডুকেশ্যনত সমাজ উন্নয়ন আৰু প্ৰৌঢ় শিক্ষাৰ উচ্চ শিক্ষা লাভ কৰা সময়ত, লেখকে ইংলণ্ডৰ গাওঁৰ বিষয়ে অধ্যয়ন কৰিবলৈ আৰ্ চেষ্টাৰ গাৱঁৰ প্ৰৌঢ় শিক্ষাৰ কেন্দ্ৰ ‘নাষ্টন হলত, ক্যাম্প কৰি থাকিবলগীয়া হৈছিল। সেই সময়ত ছুপাৰভাইজৰ অফ্ ষ্টাডিজ, মিষ্টাৰ টি. আৰ. ব্যাটেনএ ক্যাটেৰিং নামৰ ঠাইত থকা কৃষিপাম এখন দেখুৱাবলৈ আমাক লৈ গৈছিল।

সেইদিনা বতৰটো বৰ বঢ়িয়া আছিল। বিলাতত সাগৰৰ

শীতল বতাহ পোৱা যায়। সেই বতাহ কেতিয়াবা প্ৰবল বেগে বৈ মূৰত থকা পাতল টুপী ( hat ) উৰুৱাই নিয়ে। সেইদিনা বাহিৰত শীতল বতাহ বৈছিল যদিও মৃদু আছিল। আকাশতো ডাৱৰ অইন দিনাৰ দৰে বেচি নাছিল। সূৰ্য্যৰ সুন্দৰ কিৰণ। মিঠা ৰ'দ। সাধাৰণত ইংলণ্ডত এনে বতৰ খুব কমেই হয়। ৰাতিপুৱাৰ চাহ-জলপান খাই দিনটোলৈ সাজু হৈ আমাৰ গাড়ী কেইখনত দুপৰীয়াৰ ভোজনৰ সামগ্ৰীলৈ আমি ৰাওনা হলো।

কৃষিপাম পাই তাৰ পৰিচালক সকলৰ পৰা জানিলোঁ যে বিলাতৰ কৃষিপাম বোৰত বৈজ্ঞানিক প্ৰণালীৰে যান্ত্ৰিক কলৰ সহায়ত খেতি কৰা হয় ট্ৰ্যাক্টৰেৰে মাটি চহোৱা হয়। যন্ত্ৰৰ দ্বাৰা বীজ সিচোৱা হয়। কলৰ দ্বাৰা শস্যৰ মাজত গজি উঠা জাবৰ বনবোৰ গুচোৱা হয়। যান্ত্ৰিক কলৰ দ্বাৰা আৱশ্যক হলে শস্যবোৰত পোকমৰা ঔষধ দিয়া হয়। শস্যৰ বেমাৰৰ প্ৰতিষেধক দৰব যন্ত্ৰৰ দ্বাৰা গোটেই খেতি পথাৰত শস্যৰ ওপৰত ছটিয়াই দিয়া হয়। অথচ, তেনে কৰাত শস্যৰ কোনো হানি বা ক্ষতি নহয়। সেইদৰে মাটিত সাৰ দিবলগীয়া হলেও যন্ত্ৰ চালিত কলেৰে সাৰ দিয়া হয়। ফচলৰ সময়ত, যান্ত্ৰিক কলেৰে শস্য দাওৱা হয় ইত্যাদি। আমাৰ অসমত তথা ভাৰতৰ দৰে সেই দেশত খেতিয়কৰ সৰু সৰু মাটিৰ দাগ এডৰাত ধান, এডৰাত মাহ--খেতি কৰা নহয়। তাত দেখিবলৈ পোৱা যায়—কেৱা একৰ বিয়পি থকা একোখন বিৰাট বহল

খেতি পথাৰ। গোটেই কৃষি-পামখনৰ চাৰিওফালে চকোৱাবে বেৰ দিয়া। **‘সবাতো আগে বেৰখন তাৰ পাচতহে খেতি খন’** বোলা কথা এষাৰ আছে—তাতো বাস্তৱত জীৱন্ত চকোৱাবে আগুৰা খেতিকৰা পামখন। আমাৰ অসমত মাঘ বিহুৰ পাচত, খেতিয়কে গৰু-ম'হবোৰ চাপৰি, খেতি পথাৰত চৰিবলৈ উদং দিয়াৰ দৰে তাত গৰু-ছাগলীবোৰ উদং নিদিয়ে। গতিকে বিলাতত এজন খেতিয়কৰ গৰু-ভেঁৰা-ছাগলী, অইন এজন খেতিয়কৰ খেতিপথাৰত চৰি থকা দেখিবলৈ পোৱা নাযায়। বিলাতৰ পার্লিয়ামেণ্টৰ আইন অনুসাৰ খেতিৰ মাটিত বেৰ দিবলৈ চৰকাৰী ঋণ-অনুদান পায়।

বেলা দুপৰ হৈ গ'ল। আমি খেতি পথাৰত আমাৰ দুপৰীয়াৰ আহাৰ কৰিলো। কোৱা বাহুল্য যে পৃথিবীৰ পূৰ্ব্বগোলাৰ্দ্ধৰ গ্ৰীষ্ম প্ৰধান দেশবোৰৰ ভিন্ ভিন্ ঠাইৰ পৰা মাত্ৰ চৈধ্যজন সমাজ উন্নয়নৰ অভিজ্ঞ বিষয়াই সেই বছৰ (১৯৫৭-৫৮) লণ্ডন ইউনিভাৰছিটীৰ ইনষ্টিটিউট্ অব এডু-কেশ্যনত ‘সমাজ উন্নয়ন’ বিষয়ে উচ্চ শিক্ষা লোৱাৰ কাৰণে ছাত্ৰ হিচাবে ভৰ্ত্তি হবলৈ সুবিধা পাইছিল। শান্তিনিকেতনৰ বিশ্বভাৰতী বিশ্ববিদ্যালয়ৰ সামাজিক শিক্ষাৰ শ্ৰীনিকেতন কেন্দ্ৰৰ ডাইৰেক্টৰ—শ্ৰীসুগত দাশগুপ্তইও বিলাতত উক্ত ইউষ্টিটিউট্ অফ্ এডুকেশনতে লেখকৰ সৈতে কমিনিউটি ডিভলপমেণ্টৰ উচ্চ শিক্ষা লৈছিল। এই কিতাপত দিয়া ছবিৰ পৰা খেতি পথাৰত দুপৰীয়াৰ আহাৰ খাই থকা ছাত্ৰ সভ্যৰ

সংখ্যা ( Student-member ) দেখি সহজে অনুমান কৰিব পাৰি। সেই চিত্রৰ পৰা বিলাতৰ খেতি পথাৰবোৰ কিমান বহল, ডাঙৰ, আৰু চকোৱাৰ ( Enclosure ) দ্বাৰা কেনেকৈ ঘেৰা থাকে তাকো দেখা গৈছে। আমাৰ দেশত এনেকৈ এনক্লোজাৰ অৰ্থাৎ চকোৱাৰ বাবে চৰকাৰে আৰ্থিক সাহায্য আগবঢ়োৱাৰ ব্যৱস্থা নাই। অসমতো যাতে খেতিয়কে খৰালিৰ দিনত গৰু-ম'হ উদং নিদিয়ে, আৰু খেতিয়ক সকলৰ যিবোৰ খেতিৰ মাটিত বেৰ দিবলৈ অসুবিধা নহয়, তেনেবোৰ খেতিৰ মাটিত বেৰ দিবলৈ যাতে তেওঁলোক সুবিধা পায়, তাৰ বাবে অসম চৰকাৰৰ দ্বাৰা বিহিত ব্যৱস্থা কৰাহেঁতেন, অসমৰ খেতিয়কসকল নিশ্চয় বিশেষ উপকৃত হ'লহেতেন যে তাত সন্দেহ নাই।

আমাৰ দেশৰ খেতিৰ মাটিৰ উৎপাদন শক্তি হ্রাস পোৱাৰ দৰে, তাৰ কৃষিপামৰ খেতিৰ মাটিৰ উৎপাদন শক্তি হ্রাস পাবলৈ দিয়া নহয়। বৈজ্ঞানিক গবেষণাৰ পাচত, যান্ত্রিক কলৰ সহায়ত, খেতিৰ মাটিত যথাৰীতি, মাটি বিশেষে, ভিন্ ভিন্ সাৰৰ যোগান দি খেতি-পথাৰ সাৰুৱা কৰি ৰখা হয়। সেই উৰ্ব্বৰ ভূমিত খেতিয়কে পাম ধৰি খেতি কৰি শস্য উৎপাদন কৰে। এইটো থিক যে, ইংৰাজসকলে বিলাতত কৃষি-শিল্পৰ ওপৰত জীৱন নিৰ্ব্বাহ নকৰে। তেওঁলোক যান্ত্রিক-শিল্প উদ্যোগতহে পৃথিবীৰ সভ্য উন্নত জাতিসকলৰ মাজত আগৰ শাৰীত।

ক্যাম্প কৰি থকা সময়ত, এদিন আৰু কৃষি-শিক্ষাৰ অনুষ্ঠান এটিলৈ গৈছিলোঁক। সেই অনুষ্ঠানটো আছিল মাউন্টন গাৰ্ঁত। তাত কৃষিপামৰ বিষয় শিক্ষাদিয়া হয়। সেইটো আছিল—নিবাস অনুষ্ঠান অৰ্থাৎ সেই অনুষ্ঠানটিত ছাত্র-ছাত্রীয়ে শিক্ষা লোৱা কালত, থকা-খোৱা আৰু শিক্ষাৰ ব্যৱস্থা আছিল। পাম ধৰি খেতি কৰা বুলিলে সাধাৰণতঃ আমি এইটো বুজোঁ যে নিজ গাওঁ বা জন্ম ঠাইৰ পৰা দূৰত বেচিকৈ জমি লৈ হাল চহ কৰি শস্য উৎপাদন কৰাটো। আগৰ দিনত অসমৰ জনসংখ্যা আছিল কম। খেতিৰ মাটি এনেয়ে পৰি আছিল। গতিকে অসমীয়া খেতিয়কে গাম ধৰি খেতি কৰিবলৈ সুবিধা পাইছিল। দৰাচলতে, সেই পামত নানা শস্য-ফল-মূলৰ খেতি কৰাৰ উপৰিও গৰু-ছাগলী-চৰাইও পোহা হৈছিল। তাত আনকি কাপোৰৰ সূতা পৰ্যন্ত উৎপাদন কৰা হৈছিল। মোটৰ ওপৰত কৃষি কৰি ভাত, মাছ, মাংস, গুৰ, গাখীৰ, মাখন, ঘি, শাক-পাচলি আৰু ফল-মুল উপাদন কৰিছিল। লগতে কাপোৰৰ যোগান পাইছিল। ধান-মাহ-মুগ-কুঁহিয়াৰ সৰিয়হৰ খেতিৰ পৰা চাউল-দালি-গুৰ-মিঠাতেল উৎপাদন হৈছিল। বাৰীত পাণ-তামোল-নাৰিকল নানা ফল-মূল আৰু শাক-পাচলিৰ খেতি কৰিছিল। পুখুৰীৰ পানীত মাছ জীয়াইছিল। কপাহৰ খেতি কৰিছিল আৰু এৰি, মুগা, পাট-পলু পুহিছিল। তাৰ দ্বাৰা জাৰ-জহৰ কাপোৰৰ সূতা তৈয়াৰ কৰি কাপোৰো উৎপাদন কৰিছিল। তাত

ID KENTISH TIME

FRIDAY, NOVEMBER 8, 1957



GUILD VISITORS — [illegible] Beckenham Central Townswomen [illegible] Wednesday evening [illegible] gentlemen from Assam, Bengal [illegible] Britain, Congo [illegible] by Mr. T. R. Batten and Mrs. [illegible] of the [illegible] Institute of Education. They came to [illegible] the proceedings of the meeting as part of their year's course in community development [illegible] office in some branch of public welfare in his own country. The [illegible] some of the members of the guild committee. — (K.T. Photo No. XU [illegible]

X marked in extreme left is Mr. S Das Gupta from Bengal

Standing 3rd from left is Mr. G. Bhagawati from Assam

শ্ৰীনিকেতনৰ সামাজিক শিক্ষাৰ ডাইৰেক্টৰ শ্ৰীসুগত দাশগুপ্ত আৰু লেখক বিলাতৰ টাউনস্ ওমেনস্ গিল্ডচৰ সভ্যাসকলৰ সৈতে বছৰেকীয়া অধিবেশনৰ মুকলি সভাত।




বিলাতৰ গাঁৱৰ কৃষিপামৰ বিৰাট খেতিপথাৰত লেখক।

হাঁহ-পাৰ-গৰু-ম'হ-ছাগলীও পুহিছিল। এতেকে তেতিয়াৰ খেতিয়কে সেই পামত নানা তৰহৰ খেতি কৰি, ধান-চাউল, দালি-গুৰ, শাক-পাচলি-মাছ-গাখীৰ, কণী-মাংস-ঘি আৰু কাপোৰৰ সূতা পৰ্য্যন্ত উৎপাদন কৰিছিল। সেই কাৰণে তেতিয়া অসমত তথা আমাৰ দেশত অন্ন-বস্ত্ৰৰ হাঁহাকাৰ নাছিল। ইংলণ্ডত কৃষি পাম বুলিলে কেৱল খেতি কৰাকেই নুবুজায়। অইন অইন বিষয়ৰ শিক্ষাও সেই কৃষি পামৰ শিক্ষানুষ্ঠানত দিয়া হয়। যেনে—(১) কৃষি শিল্প, (২) ফলৰ খেতি, (৩) হাঁহ-কুকুৰা-চৰাই পালন (৪) পশু পালন; (৫) গাখীৰ আৰু গাখীৰৰ পৰা পণ্য উৎপাদন, (৬) বিশেষ যন্ত্ৰবিদ্যা, (৭) মৌমাখি পালন (৮) ঘৰুৱা বিজ্ঞান, ইত্যাদি।

ইংলণ্ডৰ সেই গাওঁৰ এই কৃষি শিক্ষা অনুষ্ঠানটিত সহ-শিক্ষাৰ ব্যৱস্থা আছে। তাত ৭৫ জন ছাত্ৰ-ছাত্ৰীয়ে সেই নিবাস অনুষ্ঠানত থাকি কৃষি শিক্ষা লাভ কৰিছিল বুলি জনা গৈছিল।

কৃষি শিক্ষানুষ্ঠানৰ অধ্যক্ষই আমাক কৈছিল যে সেই কৃষি বিদ্যালয়ৰ সংশ্লিষ্ট কৃষি পামত খেতিৰ সকলো কাম যান্ত্ৰিক প্ৰণালীৰে হয়। ছাত্ৰ-ছাত্ৰীহঁতক যন্ত্ৰৰ ব্যৱহাৰ কৰিবলৈ প্ৰশিক্ষণ দিয়া হয়। উদাহৰণ স্বৰূপে—যন্ত্ৰৰ দ্বাৰা গাখীৰৰ পৰা কেনেকৈ মাখন তৈয়াৰ কৰা হয় আৰু গাই খীৰোৱা হয়, আমাক দেখুৱাইছিল। খীৰতী গাইবোৰৰ শিং নাছিল। শিং নোহোৱাৰ কাৰণ সোধাত কৈছিল যে তেওঁলোকে

গৰুবোৰৰ-পোৱালী অৱস্থাতে জন্মৰ পিচতেই শিংবোৰ যাতে গজি আহিব নোৱাৰে তেনে দৰব দিয়ে। সেই কাৰণে সিহঁতৰ শিং নাই। তাৰ ফলত ইটোৱে সিটোক খুচিলে চামৰা নুফুটে। বিলাতত চামৰাৰ দাম বজাৰত বৰ বেচি। ফুটা চামৰাবোৰৰ দাম বহু কম। বাস্তৱত দেখিছিলোঁ সেই কৃষি স্কুলৰ ছাত্ৰ-ছাত্ৰী কিছুমানে মাখন তৈয়াৰ কৰি আছিল, কিছুমানে খীৰতী গাইক যন্ত্ৰেৰে গাখীৰ খীৰাই ব্যস্ত আছিল। বিলাতত গাখীৰ-মাখনৰ যিমান আৱশ্যক, তাৰ যোগান বিলাতত থকা এনেকুৱা সৰু সৰু কৃষি-বিদ্যাৰ খেতিৰ পামবোৰে দিব নোৱাৰে। বিলাতৰ লাগতিয়াল গাখীৰ-মাখনৰ যোগান ডেন্মাৰ্ক, চুইডেন্, নৰৱে আনকি সুদূৰ অষ্ট্ৰেলিয়াৰ পৰা পোৱা যায়।

যন্ত্ৰেৰে খীৰতী গাই খীৰোৱা আৰু মাখন তৈয়াৰ কৰা প্ৰণালী দেখুৱাৰ পাচত অধ্যক্ষই আমাক কলে, "হে ভদ্ৰ মহোদয়গণ, এতিয়া বাৰু খেতি পথাৰলৈ যাওঁ বল'ক। তাত আপোনালোকে গৱেষণা কৰিব লগীয়া কেইটামান বেমাৰী দেখিবলৈ পাব।" খেতিপথাৰলৈ গৈ পোৱাত আমাক দেখুৱাইছিল—অ'ত ত'ত গজি থকা কেইটামান গছৰ পুলি। সিহঁত কাঁচৰ ঘৰৰ ( Green House ) ভিতৰত আছিল। সেই সেউজীয়া ঘৰ অৰ্থাৎ কাঁচৰ ঘৰৰ ভিতৰত সিহঁত লেৰেলি আছিল। কাঁচৰ ঘৰত সিহঁতক ৰখা হৈছিল এই কাৰণেই যে, বিলাতত কেতিয়া বৰফ পৰে ঠিক নাই। কেতিয়াবা

জুন মাহতো বৰফ পৰে। গতিকে খেতিৰ শাক-পাচলি বা গছৰ পুলিবোৰ ডাঙৰ আৰু বহল আয়নাৰ ঘৰত ৰখা হয়, যাতে বৰফ পৰি সিহঁত মৰি নাযায়। বৰফৰ ঠাণ্ডাৰ পৰা ৰক্ষা কৰিবলৈ এই যে সৰু সৰু আয়নাৰ ঘৰবোৰ—তাক ইংৰাজীত 'গ্ৰীন্ হাউচ' ( Green House ) বোলে। সেয়ে, সেই লেৰেলি যোৱা বেমাৰী গছৰ পুলি কেইটিক আয়নাৰ ঘৰৰ ভিতৰত ৰখা হৈছিল। ইংৰাজীতে সেই গছপুলি কেইটিৰ 'উদ্ভিদ বিদ্যাত কোৱা নাম'বোৰ কৈছিল যদিও আমাৰ বেচি ভাগৰে মনত ৰোৱা নাছিল। অধ্যক্ষজনাই আমাক এইটো বুজাইছিল যে, প্ৰায় তিনি মাহ সেই গছ পুলি কেইটাৰ চিকিৎসা কৰি যেনেকুৱা দৰব আৰু সাৰৰ আৱশ্যক তাক প্ৰয়োগ কৰা সত্বেও, সিহঁত ঠন্ ধৰি উঠিব পৰা নাই। গতিকে স্থানীয় চৰকাৰৰ উদ্ভিদতত্ত্ববিদসকলৰ এই বিষয় মনযোগ আকৰ্ষণ কৰা হৈছে। কথা প্ৰসঙ্গতে আমাক শিক্ষাবিদ্‌জনে দেখুৱাইছিল যে সেই লেৰেলি যোৱা বেমাৰী গছপুলি কেইটাৰ ওচৰত থকা আৰু কেইটামান গছপুলি লেৰেলি গৈছিল। কিন্তু সিহঁতক দৰবপাতি আৰু উপযোগী লাগতিয়াল সাৰ দিয়াত বৰ্ত্তমান সম্পূৰ্ণ ভাল হৈছে যে তাক আমাক দেখুৱাইছিল। আমি দেখিছিলোঁ যে সিহঁত লহ্-পহ্কৈ বাঢ়ি আহিছে। আমাৰ মানত এইবোৰ সামান্য কথা। খেতি পথাৰত জলকীয়াৰ পুলি বা বিলাহীৰ পুলিটো মৰিলেই বা জীয়াই থাকিল—সেইবোৰৰ বাবে ইমান মূৰ

ঘমাবৰ দৰ্কাৰ কি (?) এনে প্ৰশ্ন আমাৰ হোৱাটো স্বাভাবিক। কিন্তু বিলাতৰ খেতি-পথাৰত আমাৰ এই সামান্য কথাবোৰেই তেওঁলোকৰ গবেষণাৰ বিষয় হৈ পৰে। তাৰ প্ৰতিকাৰৰ উপায় উলিয়াইহে সেই দেশৰ শিক্ষাবিদ লোকসকল ক্ষান্ত থাকে। এনেকৈয়ে তাত কৃষি-শিক্ষা দিয়া হয়। খেতিৰ পামত খেতি কৰিবলৈ শিকোৱা হয়। ওপৰত উনুকিয়া লেৰেলি যোৱা গছপুলি কেইটিক বিলাতৰ কৃষিবিদ্যাৰ শিক্ষক সকলে বেমাৰীৰ দৰে ভাবি লৈ চিকিৎসা কৰিছে। তাৰপৰা বুজা যায় যে, ইংলণ্ডত কেনেকৈ সৰু সৰু কথাবোৰ খৰচিমাৰি শিকোৱা হয়। আমাৰ দেশৰ শিক্ষানুষ্ঠানত দিয়া শিক্ষা-পদ্ধতি আৰু বিলাতৰ শিক্ষানুষ্ঠানত দিয়া শিক্ষা-পদ্ধতিৰ পাৰ্থক্য এয়ে।

কৃষি-শিক্ষাৰ শিক্ষাবিদজনে আমাক এনেকৈ বুজোৱাৰ পাচত আমি দেখিছিলোঁ যে সেই কৃষি শিক্ষানুষ্ঠানৰ সৰু খেতি-পথাৰৰ এটি কোণত কেইজনমান ডেকা ছাত্ৰই এটা ভেড়া ছাগলী বগৰাই লৈ আগুৰি আছিল। ভেড়াটোই ভেও ভেও কৰি বেবাইছিল। ভেড়াটোৰ চিঞৰ শুনি আৰু ছাত্ৰহঁতে তেনেকৈ বোঢ় ধৰাত, সেই দিনা সেই কৃষি-শিক্ষানুষ্ঠানৰ ছাত্ৰাবাসত 'সান্ধ্যভোজন'ত ভেড়া ছাগলীৰ মাংসৰ জোলেৰে হোষ্টেলত 'খানাৰ' আয়োজন কৰিছিল বুলিহে ভাবিছিলোঁ। সেই কাৰণে ছাত্ৰহঁতে ভেড়াটো মাৰিবলৈ ওলাইছে হবলা। বেচেৰা ভেড়া ছাগলীটোই বোধকৰো

প্ৰাণৰ ভয়ত চিঞৰিছে। তুৰন্তে মোৰ চকুৰ আগত ভাহি উঠিছিল স্কুলীয়া জীৱনত ছাগলী মাৰি মাংসৰে দলভাত খোৱা দিনবোৰ। চকু পচাৰতে দেখিবলৈ পাইছিলোঁ। সুজলা-সুফলা শস্য শ্যামলা অসমী আইৰ বুকুৰে বৈ যোৱা 'বেগা'-নদীৰ পাৰত থকা খেজুৰ গছৰ মাজে মাজে মঙ্গলদৈ হাইস্কুলৰ তাহানিৰ খেৰৰ পজাৰ ছাত্ৰাবাসবোৰ। আমি তাহানিৰ দিনত, দল-গাৱঁত বসতি কৰা মৈমনসিঙ্গীয়া মিঞাৰ পৰা হালেপ্ৰতি মাত্ৰ তিনি টকাত পাঠা ছাগলী কিনি হোষ্টেলত খানা খাইছিলোঁ। মঙ্গলদৈৰ ওচৰৰে বঙলা গড়ৰ হাটত টকাই প্ৰতি ২২ ( বাইচ ) সেৰকৈ চাউল কিনি হোষ্টেলৰ 'মেছ' পৰিচালনা কৰিছিলোঁ। লৰালি কালৰ ছাত্ৰাবাসত কটোৱা সোণালী দিনবোৰৰ মধুৰ স্মৃতিয়ে মোৰ মানস পটত হঠাতে ভূমুকি মাৰি গ'ল। এনেতে কাণত পৰিল ডাইনেমো-ইলেক্ট্ৰিক মোটৰৰ ধপ্ ধপ্ শব্দ। মুহূৰ্ত্ততে মই চক্‌মক্ খাই উঠি সজাগ হৈ পৰিলোঁ। যে তেতিয়া মই বিলাতৰ এখন গাওঁৰ কৃষি-শিক্ষানুষ্ঠানত। বিলাতৰ স্কুল-কলেজৰ ছাত্ৰাবাসত সান্ধ্য-ভোজনত মাংসৰ আঞ্জাৰ ব্যৱস্থা কৰিবলৈ হলে হোষ্টেলত ছাত্ৰই ছাগলী মাৰিব নালাগে। তাহানি আমাৰ ছাত্ৰ অৱস্থাত হোষ্টেলবোৰত পষেকত এদিন বা মাহেকৰ ভিতৰত দুদিনহে মাংসৰ ব্যৱস্থা হৈছিল। গতিকে সেই দিনাই আমাৰ আছিল মষ্ট খানা। কিন্তু বিলাতত সৰ্ব্বসাধাৰণৰ দৈনন্দিন খাদ্যৰ ভিতৰত মাংস থাকেই। গতিকে বিলাতৰ ছাত্ৰইঁতে

নিতৌ আহাৰৰ লগত মাংস খাবলৈ পায়। সান্ধ্য ভোজনত মাংসৰ আঞ্জা খাবলৈ ইচ্ছা কৰিলে বিলাতৰ ছাত্ৰইতে মাংসৰ বাবে ছাগলীৰ কথা ভাবিব নালাগে। খাদ্যতালিকাত যিদিনা 'মাংসৰ আঞ্জা' লিখা থাকে, সিদিনা খোৱা সময়ত, সান্ধ্য-ভোজনৰ, 'দিনাৰ' খোৱা মেজত, মাংসৰ আঞ্জা খাবলৈ পোৱা যায়। বিলাতৰ কৃষি-শিক্ষানুষ্ঠানত সশৰীৰে উপস্থিত থাকিলেও সেই মুহূৰ্ত্তত মোৰ মনটোই যে মোৰ দেশ ভাৰতবৰ্ষৰ পূব্ সীমান্তত থকা জন্মভূমি অসমলৈ গৈছিল তাৰ গমকে নাপালোঁ। মাত্ৰ মই উপলব্ধি কৰিছিলো অতীতৰ স্কুলীয়া জীৱনৰ ছাত্ৰাবাসৰ মধুৰ স্মৃতি আৰু যেন দেখিছিলোঁ এটি অতীতৰ মধুৰ সপোন।

সপোনৰ পাচত চক্-মক্ খাই উঠাৰ দৰে, মইও মোৰ সহপাঠী সকলৰ সৈতে তুৰন্তে, ছাত্ৰইতে বেৰি ধৰা ভেড়া ছাগলীটোৰ ওচৰ পালোগৈ। দেখোঁ যে ছাত্ৰসকলে যন্ত্ৰৰ সহায়ত ভেড়া ছাগলীটোৰ নোমবোৰ খুৰাই দিছে। বিলাতৰ চুলি কটা দোকানবোৰত বিদ্যুৎ সঞ্চালিত যন্ত্ৰেৰে চুলি কটাৰ দৰে, ভেড়াটোৰ নোমবোৰ ইলেক্ট্ৰিক চুইছ্ লগোৱা যন্ত্ৰেৰে কাটি তাৰ গাটো টকলা কৰি থাকোতে ভেড়াটোই ভেঁও ভেঁও কৰি বেবাই আছিল। প্ৰায় পাঁচমিনিট পাচত, মোটৰৰ ধপ্ ধপ্ শব্দ বন্ধ হ'ল। ছাত্ৰসকল আঁতৰি গ'ল। ভেড়াটোই চিঞৰিবলৈ এৰিলে। সি তাৰ নোম নোহোৱা লঠামূৰা খুৰোৱা গাটো লৈ কাণ-মূৰ জোকাৰি থিয় হ'ল। যন্ত্ৰ হাতত

লৈ ভেড়াটোৰ নোমবোৰ কাটি দিয়া ছাত্র জনক সুধিলোঁ,—"ভেড়াৰ নোমৰ ওজন কিমান ?" চালে চকুৰোৱা, হৃষ্ট-পুষ্ট সুন্দৰ চেহেৰাৰ ওখ ডেকা ছাত্রজনে, মিচিকিয়া হাঁহিৰে উত্তৰত কলে—"পাঁচ পাউণ্ডতকৈ অলপ বেচি।" ভেড়াটোৰ ধপ্‌ধপীয়া বগা নোমবোৰ, আমাৰ সমুখত কমোৱা তুলাৰ দৰে আবেলিৰ ৰ'দত ফুলি উঠি মৃদু বতাহত লৰি আছিল। ভেড়াৰ নোমৰ পৰা উল তৈয়াৰ হয়। বিলাতৰ কৃষিপামত পশু-পালন কৰিলে ভেড়া-ছাগলীৰ পৰা কেৱল যে মাংসৰেই যোগান পায় এনে নহয়; উলৰো যে যোগান পায় তাক নিজ চকুৰে দেখিলো।

এই কৃষি-শিক্ষা অনুষ্ঠানত সাধাৰণতঃ খেতিৰ মাটিত কেনেকৈ কৃষি কৰিব লাগে সেই বিষয় শিক্ষা দিয়া হয়। এই অনুষ্ঠানত সেই বিষয় শিক্ষা লাভ কৰি খেতিয়কৰ লৰাই ঘৰলৈ গৈ কৃষি-শিল্পত নিজক নিয়োগ কৰি কৃষি পামৰ উন্নতি কৰেগৈ। যিসকলৰ নিজাকৈ খেতিৰ পাম নাথাকে তেওঁলোকে সুকীয়া সুকীয়া শস্যৰ শিল্পবিকাশত নিয়োজিত হয়। কোনো-কোনোৱে পশু-পালন আৰু কোনো-কোনোৱে হাঁহ-কুকুৰা-চৰাই-পালন-বিষয়ে দেশত যি শিল্প গঢ়ি উঠে তাত নিজক নিয়োগ কৰে। এই শিক্ষানুষ্ঠানটিৰ পাঠ্য-পৰিক্রমাৰ পৰা ডিগ্রী লাভ নহয় যদিও, দেশৰ কৃষি শিল্পৰ উন্নতি সাধনত ইয়াৰ শিক্ষাপ্রাপ্ত ছাত্র-ছাত্রীয়ে সৰ্ব্বতোভাৱে সহায় কৰে। তেওঁলোকে ইয়াৰ পৰা শিক্ষা লাভ কৰি

নিজৰ ভৰিত থিয় হবলৈ সমৰ্থ হয়। ইয়াত শিক্ষা লাভ কৰি যোৱাৰ পাচত, শিক্ষাৰ্থী নিবনুৱা হৈ থাকিব নালাগে। বিলাতত বা পাশ্চত্যৰ শিল্পোন্নত স্বাধীন দেশৰ ডেকাসকলে আমাৰ দেশৰ ডেকাসকলৰ দৰে কিতাপৰ পোক হৈ 'ডিগ্ৰী' লাভৰ আকাঙ্ক্ষা নকৰে। সেই দেশত বিদ্যাৰ্থীয়ে ডিগ্ৰী লাভ কৰি বাস্তৱজীৱনত হয় আত্ম-নিৰ্ভৰশীল। বাস্তৱক্ষেত্ৰত ডিগ্ৰী-ধাৰীৰ শিক্ষা যদি কোনো কামত নাহে, তেন্তে কেৱল 'ডিগ্ৰী'ৰ জোৰত প্ৰাৰ্থীয়ে বিলাতত উপযুক্ত চাকৰি আশা কৰিব নোৱাৰে। কোনো কামত কোনো প্ৰাৰ্থীক মক্‌ৰল্ কৰিবলৈ হলে, সেই বিষয় প্ৰাৰ্থীৰ বাস্তৱক্ষেত্ৰত লাভ কৰা অভিজ্ঞতা আৰু যোগ্যতা চাইহে কামত নিয়োগ কৰা হয়। গতিকে বিলাতৰ শিক্ষানুষ্ঠানত হোৱা শিক্ষা-পদ্ধতি আৰু আমাৰ দেশত হোৱা শিক্ষা-পদ্ধতিৰ পাৰ্থক্য বহু বেলেগ। সেই দেশৰ শিল্পানুষ্ঠানত পঢ়া-শুনা বা প্ৰশিক্ষণ লাভ কৰি পিচত আৰু পেট প্ৰবৰ্ত্তনৰ বাবে ভাবিব নেলাগে। সেই দেশত শিক্ষা পোৱা ডেকা নিবনুৱা হৈ থাকিব নালাগে। দেশৰ নাগৰিকক বিদ্যা-বুদ্ধি অনুসৰি কামত খটোৱাটো জাতীয় চৰকাৰৰ কৰ্ত্তব্য। সেই দেশৰ ৰাষ্ট্ৰীয় চৰকাৰে সেইদৰে শিক্ষা দি প্ৰকৃত নাগৰিক গঢ়ি তোলে। এই শিক্ষানুষ্ঠানত ঘৰুৱা-বিজ্ঞান আৰু মৌ-মাখি পালনত শিক্ষা লাভ কৰা ছাত্ৰী সকলেও চাকৰি পোৱাত অসুবিধা নহয়। কাৰণ, এই শিক্ষানুষ্ঠানত বাস্তৱ জীৱনৰ কৰ্ম্মক্ষেত্ৰত যি শিক্ষাৰ আৱশ্যক

সেই শিক্ষাহে দিয়া হয়। এই কৃষি অনুষ্ঠানত শিক্ষা লাভ কৰি গৈ ছাত্ৰ-ছাত্ৰীহঁত গাওঁবোৰত সামাজিক জীৱন গঢ়ি দেশৰ সেৱা কৰে। এনেকুৱা কৃষিশিক্ষাৰ অনুষ্ঠান ইংলণ্ড আৰু ওৱেলচ্‌ৰ ভিতৰত সৰ্ব্বমোট পয়ঁত্ৰিশটা আছে হেনো।

ইংলণ্ডৰ গাওঁবোৰত কৃষি সম্প্ৰদায়ৰ এটি সংগঠিত অনুষ্ঠান আছে। সেইটো হ'ল **ডেকা খেতিয়ক-সঙ্ঘ** ( Young Farmers' Club ). এই সঙ্ঘৰ সভ্যসকল হল তৰুণৰ দল। তেওঁলোকৰ বয়স হ'ল দহবছৰৰ পৰা পঁচিশ বছৰৰ ভিতৰত।

ইংলণ্ডৰ 'ডেকা খেতিয়ক-সঙ্ঘ'ৰ মূল উদ্দেশ্য আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ 'ফোৰ এইচ্ ক্লাব'ৰ ( 4 H Club ) ৰ নীতিৰ ভেটিত প্ৰতিষ্ঠিত। ইংৰাজী বৰ্ণ মালাৰ এইচ্ (H) আখৰটোৰে আৰম্ভ কৰি, চাৰিটা শব্দত ভেটি কৰি যুক্তৰাষ্ট্ৰৰ সেই সঙ্ঘৰ উদ্দেশ্য চমুকৈ উল্লেখ কৰা হৈছে। সেই কাৰণে তাক 'ফোৰ এইচ্ ক্লাব' * বোলে। যুক্তৰাষ্ট্ৰৰ সেই সঙ্ঘৰ যি উদ্দেশ্য তাক চমুকৈ তলত উল্লেখ কৰা হ'ল।

---

**The Creed of 4-H Club**

(1) I believe in the training of my HEAD for the power it will give me to think to plan and to reason.

(2) I believe in the training of my HEART for the nobleness it will give me to become kind, sympathetic and true.

(3) I believe in the training of my HANDS for the dignity it will give me to be helpful, useful, and skillful.

আমেৰিকাৰ 'ফোৰ এইচ্ ক্লাব'ৰ ( 4 H club ) সভ্য সকলৰ বিশ্বাস যে—(১) হেড্ ( Head ) অৰ্থাৎ মস্তিস্ক বিকাশৰ দ্বাৰা যুক্তিৰে চিন্তাশীল পৰিকল্পনা কৰিব।

(২) হাৰ্ট ( Heart ) অৰ্থাৎ উদাৰ অন্তঃকৰণেৰে দয়ালু, সহানুভূতিশীল নাগৰিক হব।

(৩) হেণ্ড (Hand) অৰ্থাৎ নিজহাতে কাম কৰি কৰ্ম্মনিষ্ঠা, সত্যনিষ্ঠা নাগৰিক হৈ সগৌৰৱে সকলোকে সহায় কৰিব।

(৪) হেল্থ ( Health ) অৰ্থাৎ পূৰ্ণস্বাস্থ্য লাভ কৰি কৰ্ম্মময় জীৱনত ৰোগ-ব্যাধিৰ পৰা আঁতৰত থাকি সুখ-স্বছন্দতাৰ মাজত কৰ্ম্মকুশলতাৰে গৌৰৱময় সুখৰ জীৱন উপভোগ কৰিব।

বিলাতৰ 'ডেকা খেতিয়ক-সঙ্ঘ'ৰ উদ্দেশ্য হৈছে—( Good Farmers, Good Countrymen, Good Citizens ) সংকৃষক, শিষ্ট গাওঁবাসী আৰু সাধু নাগৰিক হোৱাটো।* সমগ্ৰ বিলাতত এনেকুৱা ১৫০০টা সঙ্ঘ আছে।

---

(4) I believe in the training of my HEALTH for the strength it will give me to enjoy life. to resist disease and to work efficiently.

I believe in my state and my community and in responsibility for the development. In all these I am willing to dedicate my efforts to their fulfilment.

'In England the motto of the Young Farmers' Club is designed in three headings: Good Farmers, Good Countrymen, Good Citizens.'

ভাৰতবৰ্ষতো ‘খেতি-পথাৰ পৰিচালনা সমিতি’ৰ লেখিয়া কৃষক সঙ্ঘ সংগঠন হৈছে। অসম চৰকাৰৰ কৃষি বিভাগৰ আয়ুক্ত আৰু সঞ্চালকৰ নিৰ্দ্দেশত অসমত ‘খেতি-পথাৰ পৰিচালনা সমিতি’য়ে খাদ্য উৎপাদনত বিশেষ বৰঙনি যোগাইছে। চীনাই ভাৰত আক্ৰমণ কৰাত খাদ্য উৎপাদন অভিযানত অসমৰ গাৱেঁভূঞে থকা ‘খেতি-পথাৰ পৰিচালনা সমিতি’ তথা গাৱঁলীয়া খেতিয়ক ৰাইজে দেশৰ আহ্বানত যি অৰিহণা যোগালে সি সঁচাকৈ সৎ-কৃষক, শিষ্ট গাওঁবাসী আৰু সাধু নাগৰিকৰ কৰ্ত্তব্যৰ জ্বলন্ত নিদৰ্শন। গতিকে আমাৰ দেশতো যদি কৃষি বিভাগৰ সহযোগিতাত লোকসমাজ বিকাশৰ জৰিয়তে, গাৱঁলীয়া ৰাইজক সকলো সুবিধা দি জুৰুলা-জুপুৰা গাওঁবাসীক সমাজ শিক্ষাৰে বিলাতৰ দৰে সৎ-কৃষক, শিষ্ট গাওঁবাসী আৰু সাধু নাগৰিক গঢ়াত সহায় কৰিব পৰা যায়, তেন্তে সমাজ উন্নয়নৰ এই প্ৰথম আৰু প্ৰধান উদ্যোগ সফল হোৱাৰ উপৰিও, দেশৰ বহু জনহিতকৰ কাম হৈ উঠিব বুলি আমাৰ বিশ্বাস।

---

# পঞ্চম অধ্যায়

## পঞ্চায়ত ৰাজ

"If ever there is to be a republic of every village in India, then I claim verity for my picture, in which the last is equal to the first, or, in the other words, no one is to be the first and, none the last.'—Mahatma Gandhi.

সমাজ উন্নয়নৰ উচ্চ শিক্ষাৰ বিষয়বোৰৰ ভিতৰত এটা বিশেষ বিদ্যা ( Special Study ) অধ্যয়ন কৰিব লাগিছিল। লেখকৰ বিশেষ বিদ্যাৰ বিষয় বস্তু আছিল—( The role of the Assam Rural Panchayats in Community Development ) 'সমাজ উন্নয়নত অসমৰ গাওঁপঞ্চায়তৰ ভূমিকা।' বিলাতত এই বিশেষ বিদ্যাৰ তত্ত্ব সংগ্ৰহ কৰোতে, অসমৰ পঞ্চায়ত প্ৰশাসনৰ বাস্তৱক্ষেত্ৰত সম্মুখীন হোৱা সমস্যা-বোৰ লেখকক জনাইছিল, তেতিয়াৰ টিহু পঞ্চায়তৰ সভাপতি, বৰ্ত্তমান কোকৰাঝাৰ কলেজৰ অধ্যক্ষ শ্ৰীৰমণীকান্ত শৰ্ম্মা এম্ এ, বি-টি আৰু তেতিয়াৰ টিহু পঞ্চায়তৰ কাৰ্য্যপালিকা বোৰ্ডৰ অন্যতম সদস্য শ্ৰীগণেশ্বৰ শৰ্ম্মা দেৱে। সেই সময়ত 'লণ্ডন

স্কুল অব্ ইক্‌নমিক্স'ৰ গবেষণাৰ ছাত্ৰ, বৰ্ত্তমান ডাক্টৰ শ্ৰীপ্ৰভাস চন্দ্ৰ গোস্বামীয়ে লেখকৰ অধ্যয়ন কালত, উক্ত বিষয়ৰ সমল কেনেকৈ সংগ্ৰহ কৰিব লাগে, সেই বিষয় সদুপদেশ দি লেখকক বিশেষ উপকৃত কৰিছিল। ভাৰত চৰকাৰৰ শিক্ষা বিভাগৰ শিক্ষা বিষয়ৰ সহকাৰী উপদেষ্টা, লেখকৰ সদাশয় বন্ধু, শ্ৰীপ্ৰভাত চন্দ্ৰ শৰ্ম্মাই নতুন দিল্লীৰ পৰা 'গাওঁপঞ্চায়ত' বিষয়ৰ বিশেষ গ্ৰন্থ সংগ্ৰহ কৰি দিছিল। অসম চৰকাৰৰ তেতিয়াৰ স্বায়ত্ব শাসনৰ সচীব, শ্ৰী কে, জি আৰ, আযাৰ ( Shri K. G. R. Ieyer I A.S. ) সাহাব মহোদয়ে, অসমৰ স্বায়ত্ব শাসন আৰু পঞ্চায়ত প্ৰশাসনবিষয় কেতবোৰ অতি আৱশ্যকীয় তথ্যৰ সন্ধান দি লেখকক কৃতজ্ঞ কৰি ৰাখিছে। এনেকৈ লেখকে বিশেষ-বিদ্যা অধ্যয়নৰ যথেষ্ট সমল পাইছিল।

লেখকে যেতিয়া বিদেশত সমাজ উন্নয়নৰ বিশেষ বিদ্যা ( Special Study ) অধ্যয়ন কৰি আছিল, তেতিয়া শ্ৰীবলবন্ত ৰায়. জি. মেহটাৰ নেতৃত্বত এটি দলে ইউৰোপ-আমেৰিকা দেশ প্ৰভৃতি, দেশ-বিদেশত হোৱা সমাজ উন্নয়নৰ তত্ত্ব অন্বেষণ কৰি, ভাৰত চৰকাৰৰ ওচৰত প্ৰতিবেদন দাখিল কৰিছিল আৰু অভিস্তাবো পেশ কৰিছিল। অসমত সেই সময়ত গাওঁ উন্নয়ন বিভাগৰ অধীনত পঞ্চায়ত প্ৰশাসন চলিছিল। ( 'In Assam Rural Development Department was responsible for Panchayats' ) ইংৰাজী ১৯৪৮ খৃষ্টাব্দত অসম বিধান সভাত গৃহীত হোৱা 'আসাম গাওঁপঞ্চায়ত আইন'

অনুসৰি পঞ্চায়ত প্ৰশাসন চলিছিল। *এতেকে পঞ্চায়ত প্ৰশাসন বিষয়ত ভাৰতত অসমৰ স্থান আগৰ শাৰীত। লেখকে **'সমাজ উন্নয়নত পঞ্চায়তৰ ভূমিকা'** বিষয়ৰ বিশেষ বিদ্যা অধ্যয়ন কৰোতে উক্ত আইনৰ অধীনত চলি থকা পঞ্চায়তৰ প্ৰশাসন কাৰ্য্যত যিবোৰ অসুবিধা আৰু প্ৰশাসনীয় সমস্যাৰ সন্মুখীন হৈছিল, আৰু তাৰ কি কি প্ৰতিকাৰ হব পাৰে, সেই বিষয় কেইটামান প্ৰধান পৰামৰ্শ ( Main Suggestions ) আগ বঢ়াইছিল। সেই পৰামৰ্শবোৰৰ আটাই কেইটা, পাচত ইং ১৯৫৯ খৃঃত অসম বিধান সভাত গৃহীত আসাম পঞ্চায়ত আইন'ত সন্নিবিষ্ট হৈছে। লেখকৰ বিশেষ বিদ্যাৰ অন্বেষ প্ৰবন্ধত আগবঢ়োৱা পৰামৰ্শবোৰ তলত ইংৰাজীত দিয়া হল।†

* The State shall take steps to Organise Village Pachayats and endow them with such powers and authority as may be necessary to enable them to function as units of self Government —( **Article 40 in Part IV of the constitution of India.** )

† 1. Reshuffling of the Rural Panchayat resulting in the amendment of the Assam Rural Panchayat Act of 1948 by Legislation and need for nicreased outlay for the plan for adopting the new Pattern of Block Panchayats as suggested by the Community Projects Study Team.

2. Adequate monetary allowance should be sanctioned for the workers to enable them to work properly.

ইং ১৯৪৮ খৃষ্টাব্দৰ আসাম ৰুৰেল পঞ্চায়ত আইনমতে—( Assam Rural Panchayat Act. 1918 ) দুই শ্ৰেণীৰ পঞ্চায়ত আছিল। যেনে—(১) প্ৰাথমিক পঞ্চায়ত গাওঁত :—( Primary Panchayat )

(২) গাওঁপঞ্চায়ত ( Rural Pauchayat ) পাঁচখন বা সাতখন প্ৰাথমিক পঞ্চায়তৰ ওপৰত।

ইং ১৯৫৯ খৃষ্টাব্দলৈ উক্ত আইন বলবৎ আছিল। তেতিয়া ২৬৫৭ প্ৰাইমাৰী পঞ্চায়ত আৰু ৪২২ খন ৰুৰেল পঞ্চায়তে গাওঁ উন্নয়নৰ কাম কৰি আহিছিল।

তাৰ পিচত ওপৰোক্ত বলৱন্তৰায় মেহটা কমিটিৰ অভিস্তাব ( Recommendation ) অনুসৰি অসমে গণতান্ত্ৰিক বিকেন্দ্ৰীকৰণৰ (Democratic decentratisation) সিদ্ধান্ত কৰিলে।

3. The Panchayat must be vested with full powers judicial and executive in order to allow this type of self Governing Institute to enjoy full autonomy resulting in decentralisation in administration.

4. Financial Powers should be delegated to the Panchayat with sufficient fund for disposal—**The role of the Assam Rural Panchayat in Community Development.** By—G S. Bhagawati.

University of London Institute of Education
1957—8/37*
Community Development Course
Special Studies Seminar. 12 2.58

সেই মৰ্ম্মে অসমৰ ভৈয়ামৰ সাতখন জিলাত, তিনি পংক্তিৰ ( Three-Tier-Panchayat ) নতুন পঞ্চায়ত গঠনৰ বাবে ইং ১৯৪৮ খৃষ্টাব্দৰ আসাম ৰুৰেল পঞ্চায়তৰ সলনি, এখন নতুন এক্ট বিধান সভাত গৃহীত হ'ল। তাৰ নাম হ'ল— আসাম পঞ্চায়ত এক্ট ( Assam Panchayat Act, 1959 ) ইং ১৯৫৯ খৃষ্টাব্দৰ ১লা অক্টোবৰৰ পৰা সেই আইন বলবৎ হয়। উক্ত পঞ্চায়ত আইন প্ৰবৰ্ত্তন হোৱাৰ লগে লগে জিলাৰ সদৰ আৰু মহকুমাত থকা লোকেলবোৰ্ড বোৰৰ ( Local-Boards ) মূলোচ্ছেদ কৰা কৰা হল। আগৰ গাওঁ পঞ্চায়ত-বোৰ পুনৰ্গঠন কৰি তাৰ ঠাইত নতুন আইন অনুসৰি নতুন পঞ্চায়ত অনুষ্ঠিত কৰা হ'ল। এই পঞ্চায়ত হল তিনি শ্ৰেণীৰ। যেনে—

(১) গাওঁপঞ্চায়ত—যিখন গাওঁত ২৫০০ জন খংখ্যা তাত একোখন গাওঁসভা থাকে। যদি ২৫০০ আঢ়ৈ হাজাৰ জনসংখ্যা এখন গাওঁত নাথাকে তেন্তে সিমান-খিনি জনসংখ্যা হবলৈ যি কেইখন গাওঁৰ আৱশ্যক সেইকেইখন গাৱঁৰ সমষ্টিত একোখন গাওঁসভা থাকে। উক্ত জনসংখ্যাৰ ভেঁটিত একোখন গাওঁ সভা থাকে আৰু তাত গাওঁ পঞ্চায়ত সংগঠন কৰা হয়।

(২) আঞ্চলিক পঞ্চায়ত—সমূহীয়া আঁচনিৰ কৰ্ম্মক্ষেত্ৰৰ অঞ্চলত থকা 'কমিউনিটী ডেভ'লপমেণ্ট'ৰ ব্লকত

আৰু ভৱিষ্যত লোক সমাজ বিকাশৰ ব্লকৰ সাঁচ বস্তুৱা ব্লকৰ অঞ্চলবোৰত আঞ্চলিক পঞ্চায়ত গঠন কৰা হয়।

(৩) মহকুমা পৰিষদ—মহকুমাবোৰত মহকুমা পৰিষদ গঠন কৰা হয়।

উল্লিখিত পঞ্চায়ত পৰ্ব্বতীয়া জিলাবোৰত নাই। কাৰণ উক্ত আসাম পঞ্চায়ত আইনেৰে প্ৰবৰ্ত্তন কৰা পঞ্চায়ত সেই পাৰ্ব্বত্য জিলা কেইখনত বলবৎ নহয়। ভৈয়ামৰ সাতখন জিলাত উক্ত পঞ্চাযত আইন বলবৎ হোৱাৰ আগতে, ভাৰতীয় সংবিধানৰ ষষ্ঠ তপছীল ভুক্ত অসমৰ চাৰিখন পৰ্ব্বতীয়া জিলাত 'জিলা কাউন্সিল'ৰ (District Council) জৰিয়তে গণতান্ত্ৰিক কেন্দ্ৰীয় বিকিৰণৰ ব্যৱস্থা হৈছিল।

লোকসমাজ বিকাশত পঞ্চায়তেই সকলো উন্নয়নমূলক কামবোৰ কৰে। ভাৰতৰ ভিন্ ভিন্ ৰাজ্যত পঞ্চায়ত গঠন' ভিন ভিন ধৰণৰ। ৰাজ্যভেদে পঞ্চায়ত গঠন স্বকীয়া স্বকীয়া অৰ্থাৎ বেলেগ বেলেগ ধৰণৰ। লোকসমাজ বিকাশ সংগঠনৰ মূল ভাগ কেইটা চমুকৈ তলত উল্লেখ কৰা যাওক। এতিয়া —কেন্দ্ৰীয় চৰকাৰৰ পৰা গাওঁলৈ লোকসমাজ বিকাশ— তথা সমাজ-উন্নয়নৰ কামবোৰ কেনেকৈ হয় আৰু তাৰ নো সংগঠন কেনে তাকেহে উল্লেখ কৰোইক।

**কেন্দ্ৰত ঃ**—কেন্দ্ৰীয় চৰকাৰৰ লোকসমাজ বিকাশৰ মন্ত্ৰী-দপ্তৰ আৰু সমাজ উন্নয়নৰ আচনি কাৰ্য্যত পৰিণত কৰা বিষয়ে

সৰ্ব্বেসৰ্ব্বা। প্ৰধান মূলনীতি সম্বন্ধীয় উন্নয়ন মূলক বিষয়বোৰ কেন্দ্ৰীয় চৰকাৰৰ কমিটীয়ে নিৰ্দ্ধাৰণ কৰে। পৰিকল্পনা আয়োজনৰ সদস্যসকল প্ৰমুখ্যে খাদ্য আৰু কৃষিবিভাগৰ মন্ত্ৰী, সমবায় বিভাগৰ মন্ত্ৰী, লোক সমাজ বিভাগৰ মন্ত্ৰী আৰু প্ৰধান মন্ত্ৰীৰে এই কমিটী গঠিত। প্ৰধান মন্ত্ৰী উক্ত কমিটীৰ চেয়াৰম্যান। এই কেন্দ্ৰীয় কমিটীয়ে সংশ্লিষ্ট মন্ত্ৰীসকলৰ সৈতে সংহতিস্থাপনৰ বাবে আৰু বিশেষ বিশেষ কমিটী গঠন কৰে।

**ৰাজ্যত ঃ**—লোকসমাজ বিকাশৰ সমূহীয়া আচনি কাৰ্য্যত পৰিণত কৰাৰ দায়িত্ব ৰাজ্যিক চৰকাৰৰ। ৰাজ্যিক বিকাশ কমিটীসমূহৰ জৰীয়তে সমূহীয়া আচনি কাৰ্য্যতঃ কৰি তোলা হয়। মুখ্যমন্ত্ৰী প্ৰমুখ্যে উন্নয়ন বিভাগৰ মন্ত্ৰীসকল আৰু ৰাজ্যিক বিকাশৰ আয়ুক্ত উক্ত কমিটীবোৰত থাকে। মুখ্য-মন্ত্ৰী সেই কমিটীৰ চেয়াৰম্যান আৰু ৰাজ্যিক আয়ুক্ত চেক্ৰেটাৰী। সমূহীয়া আচনি তথা ৰাজ্যিক বিকাশৰ যাবতীয় আচনি কাৰ্য্যত পৰিণত কৰা বিষয়তে ৰাজ্যিক আয়ুক্তই প্ৰধান। এই গৰাকী বিষয়াৰ নিৰ্দ্দেশানুক্ৰমে ৰাজ্যৰ সকলো উন্নয়নমুলক বিভাগৰ সৈতে সংহতি স্থাপনৰ ব্যৱস্থা কৰা হয়।

**জিলাত ঃ**—সমূহ জিলাৰ সমূহীয়া আচনিৰ কামবোৰৰ দায়িত্ব ন্যস্ত থাকে জিলাত থকা পৰিনিয়ত জিলা পৰিষদত। জিলা পৰিষদে প্ৰত্যক্ষ ভাবে কোনো আচনি কাৰ্য্যত কৰি তোলা দেখা নাযায়। এই পৰিষদত থাকে ৰাইজৰ নিৰ্ব্বাচিত কেন্দ্ৰীয় পাৰ্লিয়ামেণ্টৰ সভ্যসকল। ব্লক পঞ্চায়ত সমিতিৰ

সভাপতিসকল, জিলাৰ বিধানসভাৰ সভ্য আৰু জিলাৰ পৰা নিৰ্ব্বাচিত কেন্দ্ৰীয় পাৰ্লিয়ামেণ্টৰ মেম্বৰ সকলেই এই জিলা পৰিষদৰ সদস্য।

অসমত জিলাপৰিষদ নাই। অসমত পৰিনিয়ত মহকুমা পৰিষদ। মহকুমা পৰিষদ পৰিকল্পনাত উপদেষ্টা স্বৰূপে সকলো সমূহীয়া আচনিত বাট দেখুৱায়।

**ব্লকত ঃ**—উন্নয়ন খণ্ডত ব্লক পঞ্চায়ত কমিটী থাকে। অসমত এই উন্নয়ন খণ্ডত স্থাপিত পঞ্চায়তক আঞ্চলিক পঞ্চায়ত বোলে। আঞ্চলিক সমূহীয়া আচনি কাৰ্য্যতঃ কৰি তোলাৰ দায়িত্ব এই ব্লক পঞ্চায়তৰ। ব্লক পঞ্চায়তৰ সভ্যসকল হল— আঞ্চলিক পঞ্চায়তৰ অন্তৰ্ভুক্ত গাওঁ পঞ্চায়তবোৰত সভাপতি সকল আৰু কেইগৰাকীমান তপছীলভুক্ত আৰু অনুন্নত শ্ৰেণীৰ সহবৃত সদস্যসকল। উন্নয়ন খণ্ডৰ বিকাশকাৰক বিষয়া, কৃষি-পশুপালন-সমবায়-শিক্ষাবিষয়ৰ আৰু ইঞ্জিনীয়াৰিং সমাজবিদ্যা প্ৰভৃতিৰ বিশিষ্ট প্ৰশিক্ষণ প্ৰাপ্ত চাকৰিয়ালসকলে উক্ত ব্লক পঞ্চায়তৰ নিৰ্দ্দেশানুসৰি ব্লকত উন্নয়নমূলক কামবোৰ কৰে। তাত বাহিৰেও আঞ্চলিক উন্নয়নসাধনৰ বাবে স্থানীয় যুৱক-সঙ্ঘ, খেতিপথাৰ পৰিচালনা কমিটী, মহিলা সমিতিয়ে, ব্লক পঞ্চায়তৰ সমূহীয়া আচনিৰ কামবোৰ সম্পাদনত সহযোগিতা কৰে।

**গাওঁত ঃ** গাওঁত থাকে গাওঁ পঞ্চায়ত। গাওঁ সভাৰ সভ্যসকলে গাওঁ পঞ্চায়ত গঠন কৰে। লোকসমাজ বিকাশেৰে

গাওঁ উন্নয়নৰ সমূহীয়া আচনিৰ গঠনমূলক কাম কৰোতে গাওঁবাসীক সৰ্ব্বতোভাবে সহায় কৰিবলৈ থাকে গাওঁসেৱক। বাস্তৱতে গাওঁপঞ্চায়তৰ সভাপতি জনেই গাওঁসভাৰ প্ৰধান কাৰ্য্যপালিকা। অৱশ্যে গাওঁপঞ্চায়তত এজন পঞ্চায়ত চেক্ৰেটৰীও থাকে। সাধাৰণত এই পঞ্চায়ত চেক্ৰেটৰীজন প্ৰশিক্ষণ প্ৰাপ্ত আৰু বেতন ভোগী। এওঁ গাওঁ পঞ্চায়তৰ কাৰ্য্যালয়ত থাকে আৰু কাৰ্য্যালয় সুচাৰুৰূপে চলোৱা বিষয়ে যাবতীয় কাম কৰে।

প্ৰত্যেক দহখন গাওঁৰ সমষ্টিত এজনকৈ গাওঁসেৱক থাকে। এই গ্ৰামসেৱকে গাওঁলীয়া ৰাইজক সৰ্ব্বতোভাবে সহায় কৰে। গাওঁসেৱক জনেই গাওঁলীয়া খেতিয়ক ৰাইজৰ বাস্তৱতে বন্ধু দাৰ্শনিক আৰু পথ প্ৰদৰ্শক।

ইং ১৯৫৯ খৃষ্টাব্দৰ পহিলা অক্টোবৰৰ পৰা অসম বিধান সভাত 'আসাম পঞ্চায়ত আইন' বলবৎ হয়। সেই আইন মতে গোটেই ৰাজ্যতে ২৫০০ গাওঁ পঞ্চায়ত, ১৬০খন আঞ্চলিক পঞ্চায়ত আৰু ১৬খন মহকুমা পৰিষদ গঠন কৰা হৈছে।

সমাজ উন্নয়নৰ ভেটিত গাওঁ উন্নয়নৰ জনহিতকৰ কাম-বোৰ পঞ্চায়তে কৰে। মহাত্মা গান্ধীৰ ইচ্ছা—"গাওঁপঞ্চায়তত উচ্চ-নীচ, সৰু-বৰ থাকিব নালাগে অৰ্থাৎ সকলোৰে স্থান সমান হব লাগে, কোনো অবহেলিত হব নালাগে।"

"পঞ্চায়ত ৰাজত প্ৰত্যেকৰ এমুঠি ভাল খোৱাকৰ বন্দবস্ত হব লাগে, থাকিবলৈ এটি সুন্দৰ পৰিপাটিঘৰ, লৰা-ছোৱালী-

ইতৰ শিক্ষাৰ সুব্যৱস্থা, জনস্বাস্থ্য ৰক্ষা হেতু চিকিৎসাৰ ভাল বন্দবস্তত প্ৰত্যেকে ভাল ভাল চিকিৎসা পাই, বেমাৰত শান্তি পাব লাগে। আচলতে প্ৰত্যেকৰ জীৱন নিৰ্ব্বাহৰ বাবে প্ৰথম লাগতিয়াল অভাৱবোৰ আগতে আঁতৰিব লাগে। চমুকৈ কবলৈ হলে, মানুহে সুখ-স্বচ্ছন্দতাৰে শান্তি আৰু আনন্দেৰে বাস কৰিবলৈ দৈনন্দিন জীৱনত যিবোৰ নেহাৎ জৰুৰী, তাক পাব লাগে। তাতকৈ যদি আৰু কিবা অধিক সুবিধা মিলে তেন্তে তাক মই নিষেধ নকৰোঁ। সুখ-শান্তিৰে সৰল জীৱন যাপন কৰিবলৈ পোন প্ৰথমে যিবোৰ অতি আৱশ্যকীয় সামগ্ৰী লাগে সেইবোৰহে সবাতো আগে প্ৰত্যেক নাগৰিকে পাব লাগে। এয়ে মোৰ আৰ্থিক সমতাৰ ছবি।*

গতিকে গাওঁ পঞ্চায়তৰ অধীনত থকা গাওঁবোৰত তলত উল্লেখ কৰা কামবোৰ আগধৰি কৰা হয়। যেনে (১) কৃষি-উন্নতি আৰু খাদ্য উৎপাদন (২) জন-স্বাস্থ্য (৩) শিক্ষা সংস্কৃতি (৪) গৃহ নিৰ্ম্মাণ (৫) ৰাস্তা-ঘাট, আলি-পদূলি প্ৰভৃতি যাতায়ত

* Every one must have a balanced diet, a decent House to live in, facilities for the education of one's children and adequate medical relief. This constitutes my picture of economic equality. I do not want to taboo everything above and beyond the bare necessaries but they must come after the essential need of the poor are satisfied. First thing must come first. —Mahatma Gandhi

Harijan, 31/3/46,

বিষয়। (৬) গাওঁ প্ৰতিৰক্ষা (৭) হাবি-বনৰ ৰক্ষণাবেক্ষণ (৮) উন্নত প্ৰজনন আৰু পশুৰক্ষা (৯) ঘৰুৱা' শিল্প ইত্যাদি। ইয়াত বাহিৰেও সমাজ উন্নয়নৰ উদ্দেশ্যে যি কোনো গাওঁ উন্নয়নমূলক কামৰ দায়িত্ব চৰকাৰে গাওঁপঞ্চায়তত ন্যস্ত কৰিলে তাক কৰিবলৈ সাজু থাকিব লাগে।

'আসাম গাওঁপঞ্চায়ত আইন' অনুসৰি আঞ্চলিক পঞ্চায়তে আইনৰ সকলো বিধি-উপবিধি মানি সমূহীয়া আচনি কাৰ্য্যত পৰিণত কৰে। আঞ্চলিক পঞ্চায়তৰ দ্বাৰা সকলো প্ৰকাৰৰ প্ৰধান প্ৰধান সমূহীয়া আঁচনি কাৰ্য্যত পৰিণত কৰা হয়।

মহকুমা পৰিষদে কোনো আঁচনি কাৰ্য্যত পৰিণত নকৰে। এই পৰিষদে আঞ্চলিক পঞ্চায়ত আৰু গাওঁপঞ্চায়তৰ মাজত সংহতি স্থাপন কৰে, উভয়ৰ কাৰ্য্যাৱলী সময়ে সময়ে পৰিদৰ্শন কৰে আৰু উপদেশ দিয়ে। আঞ্চলিক পঞ্চায়তক সমাজ উন্নয়নৰ কাম কৰিবলৈ সদুপদেশ দি বাট দেখুৱাই লৈ যায়। আঞ্চলিক পঞ্চায়তৰ বাজেট মঞ্জুৰ কৰে, জিলাৰ পৰিকল্পনা প্ৰস্তুতিত সৰ্ব্বতোভাৱে সহায় কৰে আৰু চৰকাৰী আৰ্থিক সাহায্য বিতৰণ কৰাতো উপদেশ দি সহায় কৰে।

'আসাম গাওঁ পঞ্চায়ত আইন'ৰ বিশেষত্ব এয়ে যে, (ক) গাওঁবাসীয়ে প্ৰাপ্তবয়স্ক ভোটাধিকাৰ নীতিত গাৱঁলীয়া ৰাইজৰ প্ৰতিনিধি নিৰ্ব্বাচন কৰি পোনে পোনে আঞ্চলিক পঞ্চায়তলৈ পঠাব পাৰে।

(খ) মহকুমা পৰিষদৰ সভাপতি চৰকাৰী বিষয়া নহয়।

চৰ্কাৰৰ লগত সংশ্লিষ্ট নোহোৱা ( Non-Offical ) বেচৰকাৰী লোক মহকুমা পৰিষদৰ সভাপতি নিৰ্ব্বাচিত হয়।

( গ ) অইন ৰাজ্যত জিলা পৰিষদ থকাৰ দৰে অসমত জিলা পৰিষদ নাই। এই ৰাজ্যত মহকুমা পৰিষদ থকা হেতু জিলা পৰিষদৰ গণ্ডীৰ তুলনাত মহকুমা পৰিষদৰ গণ্ডী সৰু। গাৱঁলীয়া ৰাইজে পঞ্চায়ত-ৰাজৰ উচ্চতম পৰিষদৰ ওচৰ চাপি, ৰাইজৰ অভাৱ অভিযোগ আৰু পৰিকল্পনাৰ বিষয়ে সহজে জনাবলৈ সুযোগ পায়।

## পঞ্চায়তৰ আৰ্থিক সম্পদ

পঞ্চায়ত প্ৰশাসন সুচাৰুৰূপে চলাবলৈ হলে যথেষ্ট ধনৰ পুঁজিৰ আৱশ্যক যে, তাক **'সমাজ উন্নয়নত পঞ্চায়তৰ ভুমিকা'** বিষয়ৰ বিশেষ বিদ্যাৰ তত্ব বিষয়ক ৰচনাত উনুকিওৱা হৈছে। তাৰ প্ৰতিকাৰ স্বৰূপে পঞ্চায়তক যথেষ্ঠ ধনৰ যোগান দিব লাগে বুলি পৰামৰ্শ আগবঢ়োৱা হৈছে। ইয়াৰ উপৰিও লেখকে সমাজ উন্নয়নৰ উচ্চ শিক্ষা আৰু বিলাতৰ স্বায়ত্ব শাসনৰ প্ৰশিক্ষণ লৈ দেশলৈ প্ৰত্যাবৰ্ত্তন কৰাৰ পাচত **পঞ্চায়ত-ৰাজ—ভাৰতত স্থানীয় প্ৰশাসন*** শীৰ্ষক প্ৰবন্ধ

* **Panchayat Raj**—Local Government Administration in India—By G. Bhagawati. ( Assam Tribune dated 10 12-60 )

এটিত পঞ্চায়ত প্ৰশাসনত আৰ্থিক সম্পদ উদ্ঘাটন কৰা বিষয় অসম চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

স্থানীয় পঞ্চায়তে নিজ নিজ অঞ্চলত আৰ্থিক সম্পদৰ পম খেদি সেই সম্পদৰ সদ্ব্যৱহাৰ কৰাৰ উপৰিও আৱশ্যক অনুসৰি চৰ্কাৰৰ উন্নয়ন বিভাগৰ পৰা আৰ্থিক সমল আহৰণ কৰে।

'অসম গাওঁপঞ্চায়ত আইন' মতে, গাওঁপঞ্চায়তে গাৱঁত লোকেল ৰেট ( Local Rate ) সংক্ৰান্ত স্থানীয় কৰ যিখিনি পাব লাগে সেইখিনি ধন সম্পূৰ্ণ গাওঁ পঞ্চায়তক দিয়া হয়। তাৰ উপৰি সেই অঞ্চলত চৰকাৰে পাবলগা মাটিৰ খাজনাৰ 'লেণ্ড ৰেভিনিউৰ শতকৰা পোন্ধৰ ( ১৫% ) ভাগ গড় হিচাপে গাওঁপঞ্চায়তে চৰকাৰৰ পৰা পায়। ইয়াৰ বাহিৰেও গৰুৰ পাউণ্ডৰ ডাকৰ ধন, সৰু সৰু হাটৰ পৰা সংগৃহীত ধন, আৰু ডাঙৰ ডাঙৰ হাটৰ পৰা সংগৃহীত ধনৰ তিনি অংশৰ একাংশ গাওঁপঞ্চায়তে পায়। তাৰ বাহিৰেও সেই গাৱঁত থকা ইটাৰ ভাটা, খৰি-বিক্ৰীদাৰৰ খৰিৰ দোকান, খেৰতলী, কষাইখানা আৰু পানীৰ যোগান বা চাকিৰ ( পোহৰ ) যোগানৰ ওপৰত কৰ বহুৱাই ধন পাব পাৰে। পশুবিক্ৰীৰ দলীল পত্ৰ 'ৰেজিষ্ট্ৰেশ্যন'ৰ ফিজৰ চেচ্ ( Cess ) বাবদ কিছু ধন আৰু চাহ দোকান প্ৰভৃতিক অনুমতি-পত্ৰ দিয়া বাবদ যি ধন পোৱা যায়, তাকো পঞ্চায়তে পায়। গাৱঁত প্ৰাইভেট হাট থাকে সেই হাটৰ পৰা যি ধন সংগৃহীত হয় তাকো পঞ্চায়তে লব পাৰে। পশুৰ চামৰাৰ ব্যৱসায়, পশুৰ-হাড়-বিক্ৰী ব্যৱসায়,

আৰু অস্থায়ী সম্পত্তি বদলি কৰিলে তাৰ ওপৰতো গাওঁ পঞ্চায়তে টেক্স লগাই কৰ বহুৱাই ধন উলিয়াই গাওঁ উন্নয়ন কামত খটুৱাব পাৰে।

আঞ্চলিক পঞ্চায়তে সেই অঞ্চলৰ ভিতৰত সংগৃহীত মাটিৰ ( লেণ্ড ৰেভিনিউ ) খাজনাৰ শতকৰা গড় হিচাপত দহ ভাগ ( ১০% ) চৰকাৰৰ পৰা ধন পায়। ডাঙৰ ডাঙৰ হাট-বজাৰৰ পৰা হোৱা আয়ৰ তিনি ভাগৰ দুই ভাগ আঞ্চলিক পঞ্চায়তৰ পুঁজিলৈ যায়। স্থানীয় ফেৰীঘাটৰ ডাকৰ ধন, মীনমহলৰ ডাকৰ ধনো আঞ্চলিক পঞ্চায়তে পায়। আঞ্চলিক পঞ্চায়তে ক্ষুদ্ৰ জলসিঞ্চন, গৰু-ঘোঁৰাৰ গাড়ী, বাইচাইকেল, নাৱঁ, চিনেমা হল, অৰ্থাৎ কথাছবিৰ ঘৰ, চাৰ্কাচ্ লুজেন্স-বিস্কুটৰ কাৰখানা, ইটাৰ ভাটা, কাঠৰ মহল আৰু ডাকৰ ধনও পায়। ধানব'না কল, তেলৰ কলৰ লাইচেন্স ফিজ অৰ্থাৎ উক্ত কল চলাবলৈ অনুমতি দিয়া বাবদ চৰকাৰক বছৰি যি ধন দিব লগা হয় তাকো পঞ্চায়তে পায়। সেই অঞ্চলত এনেকৈ পাবলগীয়া আটাইখিনি ধন আঞ্চলিক পঞ্চায়তে পায়। তদুপৰি এক লেথেৰিয়ে দুই বছৰ খেতি কৰিব লগীয়া মাটি কোনোবাই বিনা আবাদে ৰাখিলে তাৰ ওপৰতো আঞ্চলিক পঞ্চায়তে কৰ লগাব পাৰে। তেনেকৈ সংগৃহীত কৰৰ ধন পঞ্চায়তে পায়। লোক সমাজৰ সমূহীয়া আঁচনিৰ অন্তৰ্ভুক্ত বাজেটৰ বাবে আছুতীয়াকৈ যি ধন ৰখা হয় সেই আঁচনি কাৰ্য্যত পৰিণত কৰিবলৈ এই ধন আঞ্চলিক পঞ্চায়তক দিয়া

হয়। অইন বিভাগে দিয়া কিবা স্বকীয়া কামৰ বাবে চৰকাৰী অনুদানো আঞ্চলিক পঞ্চায়তক দিয়া হয় যাতে সেই স্বকীয়া কাম আঞ্চলিক পঞ্চায়তৰ দ্বাৰা হৈ উঠে।

## পঞ্চায়ত আদালত

ইং ১৯৫৯ খৃষ্টাব্দৰ "আসাম পঞ্চায়ত আইন" মতে পঞ্চায়ত আদালত প্রতিষ্ঠা কৰাৰ ব্যৱস্থা আছে। পাঁচখন গাওঁ সভা বা তাতকৈ অধিক গাওঁ সভাৰ মাজত একোখনকৈ পঞ্চায়ত আদালত স্থাপন কৰাৰ ব্যৱস্থা আছে। আঞ্চলিক বিচাৰকসকল জিলাৰ জজ সাহাবে বাছনি কৰিব। প্রত্যেক গাওঁ সভাৰ পৰা দুইজনকৈ নিৰ্ব্বাচন কৰি পঠোৱা প্রতিনিধি মণ্ডলীৰ 'পেনেল অফ্ পাসনস্' পৰা জিলাৰ জজ সাহাবে আদালতৰ বিচাৰক বাচি লব। পঞ্চায়ত আইনৰ বিধি অনুসাৰে এওঁলোকক দেওৱানী আইন আৰু ফৌজদাৰী আইনৰ ক্ষমতা দিয়াৰ ব্যৱস্থা আছে।

গাওঁ পঞ্চায়তেই গাওঁ উন্নয়নমূলক সকলো কামৰ কাৰ্য্য পালিকা। গাওঁ পঞ্চায়তে গাৱঁত থকা সমবায় সমিতি আৰু খেতি-পথাৰ পৰিচালনা কমিটীৰ ( Field Management Committee) সৈতে সহযোগ হৈ আৰু সংযোজনা ৰাখি কৃষি-পণ্য উৎপাদন আৰু ঘৰুৱা শিল্প-উৎপাদনৰ পৰিকল্পনা কৰে। আঞ্চলিক পঞ্চায়তত চৰকাৰৰ ভিন্ ভিন্ বিভাগৰ আৰু

উদ্যোগ বিভাগৰ প্ৰশিক্ষণপ্ৰাপ্ত বিশেষজ্ঞসকল থাকে। উক্ত প্ৰাবৈধিক বিশেষজ্ঞ লোকসকলে গাওঁপঞ্চায়তৰ গঠনমূলক সমাজ উন্নয়ন আঁচনি কাৰ্য্যত পৰিণত কৰাত সহায় কৰে। আঞ্চলিক পঞ্চায়ত অথবা গাওঁ-পঞ্চায়তে পঞ্চায়তৰ কৰ্ত্তব্য তথা গাওঁ উন্নয়ন বিষয় অথবা কোনো বিশেষ কৰ্ত্তব্য কৰাৰ উদ্দেশ্যে, ভিন্ ভিন্ কমিটী গঠন কৰিব পাৰে। 'খেতি-পথাৰ পৰিচালনা কমিটী' আৰু 'সমবায় সেৱা কমিটীৰ' পৰা সভ্য বাছি গাওঁপঞ্চায়তে কৃষি উৎপাদন বঢ়োৱাৰ উদ্দেশ্যে কমিটী গঠন কৰিবলৈ চৰকাৰৰ পৰা নিৰ্দ্দেশ দিয়া আছে।

## প্ৰশিক্ষণ

পঞ্চায়তৰাজ প্ৰতিষ্ঠা হোৱাত দেশৰ নাগৰিকসকলে গধূৰ দায়িত্বৰে নিজৰ নিজৰ কৰ্ত্তব্য কৰিবলগীয়া হৈছে। গতিকে পঞ্চায়ত সংগঠন-জড়িত চৰকাৰী কৰ্ম্মচাৰী বিষয়া আৰু পঞ্চায়ত সংশ্লিষ্ট যিকোনো কৰ্ম্মীয়ে পঞ্চায়ত প্ৰশাসন বিষয় প্ৰশিক্ষণ লোৱা অত্যন্ত আৱশ্যক। এই কিতাপৰ প্ৰথম অধ্যায়ত সমাজ উন্নয়ন তথা পঞ্চায়তৰ ৰাজ্যত উন্নয়নমূলক কাম কৰিবলৈ বিশেষ প্ৰশিক্ষণপ্ৰাপ্ত আৰু কাৰ্য্যদক্ষ কৰ্ম্মীৰ অত্যন্ত আৱশ্যক যে তাক আমি উল্লেখ কৰি আহিছোহঁক।

পঞ্চায়ত কৰ্ম্মচাৰীসকলক অসমত প্ৰশিক্ষণ দিয়াৰ উদ্দেশ্য 'জয়সাগৰ'ত পলিটেক্‌নিক্ ইনষ্টিটিউট্ আছে। তাত বাহিৰে

প্ৰশিক্ষণৰ প্ৰশাসন কেন্দ্ৰ যোৰহাট, খানাপাৰা, শিলচৰ আৰু আপাৰ ছিলং—এই চাৰি ঠাইত আছে।

ব্লক বিকাশৰ বিষয়াসকলৰ প্ৰশিক্ষণ ৰাঁচীত দিয়া হয়। গাওঁ উন্নয়নৰ বিষয়াসকলক বোম্বেৰ টাটা ইনষ্টিটিউটত প্ৰশিক্ষণ দিয়া হয়। লোকসমাজ বিকাশৰ উচ্চ বিষয়াসকলক আৰু বিধান সভাৰ সদস্যক মুছৌৰীত প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা আছে। এই প্ৰসঙ্গত এইটো উল্লেখ কৰিব পাৰা যায় যে, ইং ১৯৫৯ খৃষ্টাব্দৰ জুলাই আৰু আগষ্ট মাহত মুছৌৰীত হোৱা ছয় সপ্তাহৰ প্ৰশিক্ষণৰ ভিতৰত 'লোকসমাজ বিকাশ'ৰ তত্ত্ব বিষয় বক্তৃতা দিবলৈ ভাৰত চৰকাৰৰ আমন্ত্ৰণক্ৰমে লণ্ডন বিশ্ববিদ্যালয়ৰ ইনষ্টিটিউট অফ্ এডুকেশ্যনৰ সমাজ উন্নয়নৰ অধ্যাপক মিষ্টাৰ টি. আৰ ব্যাটেন্ আহিছিল। লেখকে বিদেশত সমাজ উন্নয়নৰ উচ্চ শিক্ষা লোৱা কালত, এইজনা অধ্যাপকেই ছুপাৰভাইজৰ অফ্ ষ্টাডিজ্ (Supervisor of Studies) আছিল। চৰকাৰী মহলত কাম নকৰা যিসকল কৰ্ম্মী, স্বেচ্ছাসেৱক আৰু সমাজ সেৱক আছে, তেওঁলোকক সমাজ উন্নয়ন বিষয় প্ৰশিক্ষণ দিয়াৰ কোনো স্থায়ী অনুষ্ঠান ৰাজ্যত নাই যদিও, পঞ্চায়ত আৰু সমাজ উন্নয়ন বিভাগৰ বিষয়াসকলৰ দ্বাৰা ভিন্ ভিন্ অঞ্চলত সমাজ উন্নয়নৰ তত্ত্ব বিষয় আলোচনাৰ ব্যৱস্থা কৰা হৈছে।

ভাৰতৰ স্থানীয় শাসনৰ প্ৰশাসন (Local Government Administration) প্ৰসঙ্গত ইংলণ্ডৰ (Local

Authority ) স্বায়ত্ত-শাসনৰ প্ৰশাসনৰ কথা ওলায়। বিশেষকৈ বিলাতৰ গাৱঁত আটাইতকৈ যি নিম্ন পংক্তিৰ স্বায়ত্ব-শাসন প্ৰশাসনৰ যন্ত্ৰ আছে তাৰ বিষয় উল্লেখ কৰাটো বোধ হয় বেয়া নহয়। কিয়নো লেখকে কেৱল লণ্ডন চহৰত সমাজ উন্নয়নৰ উচ্চ শিক্ষা লৈছিল এনে নহয়, লণ্ডনত থকা ভাৰতৰ হাই-কমিশ্যন অফিচৰ সৌজন্যত আৰু ইনষ্টিটিউট অব্ এডুকেশ্যনৰ কমিউনিটী ডেভ'লপ্মেণ্ট পৰিক্ৰমাৰ ছুপাৰ-ভাইজৰ অব ষ্টাডিজ বৰ্ত্তমান ডক্টৰ ( Dr. T. R. Batten ) ব্যাটেনৰ চেষ্টাত ইংলণ্ডৰ স্বায়ত্ত-শাসনৰো প্ৰশিক্ষণ লৈছিল। লেখকে ইংলণ্ডৰ স্বায়ত্ত-শাসনৰ বিষয়ে ইয়াত বিশেষ আলোচনা নকৰি, বিলাতত থকা গাৱঁৰ শাসন যন্ত্ৰৰ লগত অসমৰ গাওঁ পঞ্চায়তৰ এটি তুলনাহে দাঙি ধৰিলে। অসমত যেনেকৈ গাওঁ পঞ্চায়ত আছে বিলাতৰ গাৱঁতো তেনেকৈ 'প্যাৰিশ কাউন্সিল' ( Parish Council ) আছে। আমাৰ দেশত ভিন্ ভিন্ ৰাজ্যৰ বিধান সভা আছে। বিলাতত পাৰ্লিয়ামেণ্টৰ দ্বাৰা নিৰ্ব্বাচিত কেন্দ্ৰীয় চৰকাৰৰ অধীনত স্থানীয় শাসন প্ৰশাসন চলে। ভাৰতত ৰাজ্য চলাবলৈ যেনেকৈ ভিন্ ভিন্ ৰাজ্যত ৰাজ্যিক চৰকাৰ আছে, বিলাতত আছে ভিন্ ভিন্ অঞ্চলত ভিন ভিন ( Local Authorities ) স্থানীয় স্বায়ত্ত-শাসনৰ প্ৰশাসনৰ কৰ্ত্তৃপক্ষ। আটাইতকৈ তলৰ পংক্তিৰ স্বায়ত্ত-শাসনৰ কৰ্ত্তৃপক্ষ ( Local Authority ) বিলাতৰ গাৱঁত থকা প্যাৰিশ কাউন্সিল (Parish Council)।

অসমৰ গাওঁ পঞ্চায়তৰ সৈতে বিলাতৰ প্যাৰিশ কাউন্সিলৰ কি সামঞ্জস্য তাক তলত দিয়া হ'ল।

| গাওঁপঞ্চায়ত | প্যাৰিশ কাউন্সিল |
|---|---|
| ১ গাওঁপঞ্চায়ত স্বায়ত্ত-শাসনৰ প্ৰশিক্ষণ কেন্দ্ৰ। | নাগৰিক দায়িত্ব প্ৰসাৰণত দায়িত্ববোধেৰে স্বায়ত্ত শাসনৰ ভূমিকা। |
| ২। আগতে প্ৰাইমাৰী পঞ্চায়ত অঞ্চলৰ জনসংখ্যা ৫০০ আছিল। বৰ্ত্তমান গাওঁ সভাৰ জনসংখ্যা ২৫০০। | প্যাৰিশ কাউন্সিলৰ প্ৰশাসনীয় অঞ্চলৰো জন-সংখ্যা ৫০০ আছিল। |
| ৩। প্ৰাপ্তবয়স্ক ভোটাধিকাৰৰ নীতিত গাওঁসভাৰ প্ৰতি-নিধি নিৰ্ব্বাচন হয়। | প্ৰাপ্তবয়স্ক ভোটাধিকাৰৰ নীতিত প্ৰতিনিধি নিৰ্ব্বাচন হয়। |
| ৪। পূৰ্ব্বৰ প্ৰাইমাৰী পঞ্চায়তৰ ভোট মুকলিভাৱে লোৱা হৈছিল। | ইং ১৯৪৮ খৃষ্টাব্দলৈ প্যাৰিশ কাউন্সিলত হাত দাঙি ভোট দিছিল। এতিয়াহে গোপন ভোটেৰে প্ৰতিনিধি নিৰ্ব্বাচন হয়। |

| | |
|---|---|
| ৫। আগতে প্ৰাইমাৰী পঞ্চায়তৰ বিশেষ ক্ষমতা নাছিল। এতিয়াহে গাওঁ পঞ্চায়তক বিশেষ ক্ষমতা দিয়া হৈছে। | প্যাৰিশ কাউন্সিলৰ তেনে কোনো বিশেষ ক্ষমতা নাই। |
| ৬। গাওঁ পঞ্চায়ত প্ৰশাসনত ভিন্ ভিন্ ৰাজনৈতিক দলৰ প্ৰভাৱ অতি কম। | প্যাৰিশ কাউন্সিলত ৰাজ-নৈতিক দলৰ প্ৰভাৱ নাই। ক্ষুদ্ৰ ক্ষমতাৰ গণ্ডীৰ মাজতে স্বায়ত্ত-শাসন সুন্দৰভাৱে চলে। |

# ষষ্ঠ অধ্যায়

## সমবায় আৰু সহযোগিতা

বাৰ পো তেৰ নাতি—
তেহে কৰিবা কুঁহিয়াৰ খেতি।

অসমত প্ৰচলিত এই পুৰণি কথাষাৰৰ তাৎপৰ্য্য এই যে কুঁহিয়াৰ খেতি কৰিবলৈ হলে লাগে জনবল, সহযোগিতা, পৰিশ্ৰম আৰু চেষ্টা। এইটো অৰ্থলৈ নগৈ, যদি বাৰ পোৰ দেউতাক হৈ, তেৰ নাতিৰ ককাক হৈ কুঁহিয়াৰ খেতি আৰম্ভ কৰিব লাগে বুলি আজি কোনোবাই কয়, তেনেহলে আজিৰ যুগত, তেওঁ প্ৰলাপ বকিছে বুলি কব। কিয়নো আজিৰ যুগ হ'ল পৰিয়াল-কল্পনাৰ যুগ। গতিকে ওপৰত উল্লিখিত প্ৰবাদটিৰ অৰ্থ কেৱল জনবলতেই সীমাবদ্ধকৈ নাৰাখি জনবল, সহযোগিতা, পৰিশ্ৰম আৰু চেষ্টা বুলি কোৱা যায়; তেন্তে বৰ্ত্তমান আৰ্থিক জগতত এটি সংগঠিত অনুষ্ঠানত এই আটাইকেইটা সন্নিবিষ্ট থকা দেখা যায়। সেই অনুষ্ঠানটো হ'ল—সমবায়। সমবায় সংগঠনত জনবল, সহযোগিতা, পৰিশ্ৰম আৰু চেষ্টাৰে সকলো টান কাম সহজে হৈ উঠে। কেৱল কুঁহিয়াৰ খেতিয়েই নহয়, সকলো ৰকমৰ খেতিয়েই সমবায় সমিতিৰ সহায়ত কৰিব পৰা যায়। খেতি কৰা

বিষয়ত আৰু খাদ্য উৎপাদনত সমবায় সংগঠনে বৰ্ত্তমান যি চেষ্টা চলাইছে সি বিশেষ উল্লেখযোগ্য। সমবায় সংগঠনে কৃষিজাত পণ্য বিক্ৰী আৰু বিতৰণত আৰ্থিক উপাৰ্জ্জনৰ উজু পথ সৃষ্টি কৰিছে। ইয়াত বাহিৰে কৃষি বিভাগ আৰু সমবায় বিভাগৰ সংযোজনাত ভিন ভিন সমবায় অনুষ্ঠান সংগঠিত হৈছে। কৃষি-উৎপন্ন বস্তু, খাদ্য-সামগ্ৰী আৰু নানা তৰহৰ ফচল বিক্ৰীৰ বাবেও সমবায় সংঘ সংগঠিত হৈছে। কাৰখানাত উৎপন্ন হোৱা পণ্য বিক্ৰীৰ যিবোৰ ব্যৱসায় দেখা যায়, সেইবোৰ ব্যৱসায়তো সমবায় সঙ্ঘই আগভাগ লোৱা দেখা যায়। সমবায় সংগঠন কৰি, খেতিৰ বস্তু বজাৰৰ উপযোগী কৰি বজাৰত বিক্ৰী কৰাৰ ফলত, কেৱল সমবায় সংঘৰ সভ্যসকলেই উপকৃত হোৱা নাই, সৰ্ব্বসাধাৰণ বিশেষ উপকৃত হৈছে। জনসাধাৰণে ভাল বস্তু শস্তা দামত পাইছে। গাওঁলীয়া খেতিয়ক ৰাইজৰ খেতিৰ বস্তু তেনেকৈ বিক্ৰী হোৱাত গাওঁলীয়া ৰাইজৰ আৰ্থিক অৱস্থা টনকিয়াল হৈছে।

আমি সমবায় সম্বন্ধে ইয়াত বিশদ আলোচনা নকৰোঁ। কাৰণ, চৰকাৰৰ ফালৰ পৰা সমবায়ৰ প্ৰচাৰ ইমান বেছি হৈছে যে সমবায়-সংগঠন আৰু তাৰ উপকাৰিতাৰ বিষয়ে বুজোৱাৰ দিন নাই। সহযোগিতা সমবায় আৰু শ্ৰমদানৰ বিষয়ে ভাৰত চৰকাৰৰ নিৰ্দ্দেশানুক্ৰমে ৰাজ্যিক চৰকাৰে যি বিৰাট অভিযান চলাইছে, তাৰ কিতাপ-পত্ৰ, বিধি-উপবিধিয়ে গাৱেঁ-ভূঞেঁ ভৰি আছে। সহযোগিতা আৰু সমবায়ে ভাৰতৰ

সমাজ-উন্নয়নত বৰ্ত্তমান আৰ্থিক জগতত যি যুগান্তৰ আনিছে তাক কোৱা বাহুল্য।

এই ছেগতে, বিলাতৰ সমবায় সম্বন্ধে উনুকিওৱা যাওক। বিলাতত সমবায়ৰ সহায়ত খেতি নকৰে। কাৰণ, বিলাত কৃষিপ্ৰধান দেশ নহয়। বৰ্ত্তমান বৈজ্ঞানিক আৰু যান্ত্ৰিক যুগত ই প্ৰগতিশীল ঔদ্যোগিক দেশ—নানা শিল্পে ভৰপূৰ। ঔদ্যোগিক শিল্পজাত পণ্যদ্ৰব্য উভৈনদী। তাত শিল্পজাত পণ্য বিক্ৰীৰ চেষ্টাহে দেখা যায়। সেই কাৰণে বিলাতত সংগঠিত হোৱা সমবায়বোৰ, 'চেলস্ কো'অপাৰেটিভ্' অৰ্থাৎ বিক্ৰী-সমবায়। সমবায়ৰ সভ্যসকলৰ কেতবোৰ অধিকাৰ আৰু কৰ্ত্তব্য আছে। সভ্যসকলে এই অধিকাৰৰ বিনিময়ত যি কৰ্ত্তব্য কৰে, সেই কৰ্ত্তব্যনিষ্ঠা সঁচাকৈ শলাগিবলগীয়া। বিলাতৰ সমবায়-সংঘৰ সভ্যসকলে সংঘত নিজা অধিকাৰ যেনেকৈ দাবী কৰে, তেনেকৈ প্ৰত্যেকে অধিকাৰৰ বিনিময়ত আন্তৰিকতাৰে, তেওঁলোকে সততাৰে কৰ্ত্তব্য কৰি সমবায় অনুষ্ঠানটো টনকিয়াল কৰিবলৈ সকলো প্ৰকাৰৰ সাধু চেষ্টা চলায়। তেওঁলোকৰ সেই আন্তৰিক সততা, কৰ্ত্তব্যনিষ্ঠা আৰু সাধু চেষ্টা সকলো দেশৰ সকলো সমবায় সংঘৰ সভ্যৰ অনুকৰণীয়, বিলাতৰ সমবায় সমিতিৰ সভ্যসকলৰ নীতি হ'ল— 'অধিকাৰ দাবী কৰিবা আৰু কৰ্ত্তব্য পালন কৰিবা' সেই দেশৰ সমবায়ৰ সভ্যসকলে অধিকাৰৰ বিনিময়ত যি কৰ্ত্তব্য কৰে তাক তলত উল্লেখ কৰা হ'ল।

| অধিকাৰ | কৰ্ত্তব্য |
| --- | --- |
| ১। সমবায়ৰ বিষয়া আৰু যোগ্য সঞ্চালক নিৰ্ব্বাচন কৰিবা। | ১। নিৰ্ব্বাচিত বিষয়া আৰু সঞ্চালকসকলক সদায় সমৰ্থন কৰিবা। |
| ২। সকলোৰে সুবিধা আৰু উপকাৰৰ বাবে সমবায়ৰ নীতি-নিয়ম, বিধি-উপবিধি ৰচনা কৰিবা। | ২। সেই নিয়ম-নীতি, বিধি-উপবিধি কেতিয়াও উলঙ্ঘন নকৰি সেইবোৰ সৰ্ব্বতোভাৱে সদায় পালন কৰিবা। |
| ৩। সমবায়ৰ উন্নতিৰ বাবে নতুন চিন্তাৰে নতুন পৰামৰ্শ আগবঢ়াবা। | ৩। সমবায় সমিতিৰ যিকোনো সভ্যাই নতুন ধাৰণাৰ নতুন পৰামৰ্শ দিলে অথবা তেনে নতুন ধাৰণাৰ সু-পৰামৰ্শ কোনোবাই দিলে, তাক উলাই কৰি উৰুৱাই নিদিবা। তেনে পৰামৰ্শ আৰু নতুন ধাৰণা ব্যৱহাৰ কৰিবা। |
| ৪। সমবায়ৰ মিটিঙত সক্ৰিয় অংশ গ্ৰহণ কৰিবা। | ৪। সমবায়ৰ প্ৰত্যেক মিটিঙতেই উপস্থিত থাকিবা।• |

৫। সমবায়ৰ বিপক্ষে দিয়া গোচৰ শুনিবা। আৱশ্যক হলে ওজৰ-আপত্তিও কৰিবা।

৫। সমবায়ৰ বিৰুদ্ধে কোৱা গোচৰৰ পম খেদি মূল কাৰণ বাহিৰ কৰিবা। সমবায়ৰ বিৰুদ্ধে ভবিষ্যতে যাতে তেনে গোচৰ শুনিবলগীয়া নহয়, তাৰ বাবে সতৰ্ক হবা। সমবায় সমিতিৰ ওচৰত ওজৰ-আপত্তি কৰাৰ আগতে, সেই ওজৰ-আপত্তিৰ গুৰিত কি ৰহস্য নিহিত, তাক জানিহে ওজৰ কৰিবা। ভবিষ্যত যাতে তেনেকুৱা ওজৰ কৰিবলগীয়া নহয়, তাৰ প্ৰতিকাৰ কৰিবা।

৬। সমবায়ৰ জৰিয়তে কৰা ব্যৱসায়ৰ উন্নতিৰ পিনে লক্ষ্য ৰাখি আয়-ব্যয় চাই সমবায়ৰ সঞ্চয়ৰ অংশ লবা।

৬। সমবায়ক সৰ্ব্বতোভাৱে সহায় কৰিবা আৰু সমবায়ৰ ব্যয়-খৰচ সকলো প্ৰকাৰে কমাবলৈ চেষ্টা কৰিবা।

বিলাতৰ সমবায় অনুষ্ঠানবোৰত তাৰ সভ্যসকলে উক্ত অধিকাৰবোৰ পাবলৈ দাবী কৰে, আৰু সেইদৰে প্ৰত্যেক অধিকাৰৰ বিনিময়ত সুকীয়া সুকীয়া কৰ্ত্তব্য কৰিবলৈ কেতিয়াও হেলা নকৰে। তাৰ ফলত সেই দেশৰ সমবায় সংঘ

অনুষ্ঠানবোৰে দিনক দিনে দোপত-দোপে উন্নতি কৰা দেখা যায়।

## জনস্বাস্থ্য

জনস্বাস্থ্য আৰু দেশৰ চাফ-চিকুণতা বিলাতৰ কেন্দ্ৰীয় চৰকাৰৰ দায়িত্ব। ইং ১৯৪৮ খৃঃত ৰাষ্ট্ৰীয় স্বাস্থ্যবীমা সেৱা আইন' ( National Health Insurance Service Act of 1948 ) পাছ হয়। সেই আইন অনুসৰি প্ৰত্যেক নাগৰিকে বিলাতত বিনা পয়চাই চিকিৎসাৰ সুবিধা চৰকাৰৰ পৰা পায়। চৰকাৰী চাকৰিয়ালসকলৰ পৰা সপ্তাহে সপ্তাহে পোৱা দৰমহাৰ পৰা, আয়ৰ স্বাস্থ্য-বীমা-সেৱালৈ ধন সংগ্ৰহ কৰা হয়। সেই ধন কৰ্ম্মচাৰীসকলে তেওঁলোকৰ ( pay packet ) দৰ্ম্মহাৰ ধনৰ পৰা বৰঙনি হিচাবে আদায় কৰি দিয়ে। তাৰ ফলত আমাৰ দেশৰ দৰে তাত চিকিৎসাৰ অভাৱ নহয়। সেই দেশৰ মানুহৰ সাধাৰণতঃ আয়ুস মতাবিলাকৰ ৬৭·৭৬ বছৰ আৰু তিৰোতাবিলাকৰ ৭৩·৩০ বছৰ। এতেকে গড় হিচাপত তাৰ মানুহৰ আয়ুস ৭০ বছৰ। কেন্দ্ৰীয় চৰকাৰৰ তলত 'কাউন্টি কাউন্সিল' ( county council ) তাৰ স্বায়ত্ত-শাসন প্ৰশাসনৰ উচ্চ কৰ্ত্তৃপক্ষ। সেই কাউন্সিলে তাৰ নাগৰিকৰ স্বাস্থ্য-সেৱাৰ ভাৰ লয়। স্কুল আৰু শিক্ষা অনুষ্ঠানৰ স্বাস্থ্য-সেৱা যেনে, প্ৰতিষেধক ছিটা আৰু বেজী দিয়াৰ ব্যৱস্থা, মাতৃসকলৰ

চিকিৎসাৰ ব্যৱস্থা আৰু দেশৰ লৰা-ছোৱালীৰ কল্যাণ হেতু কৰিবলগীয়া স্বাস্থ্য বিষয়ৰ ব্যৱস্থা কৰে।

আমাৰ দেশত যেনেকৈ মাখি-মহৰ পৰা বেমাৰ বিয়পে, ইং ১৯৩৬ খৃঃৰ আগতে বিলাততো মাখি-মহৰ পৰা তেনেকৈ বেমাৰ বিয়পিছিল। ইং ১৯৩৬ খৃঃৰ জনস্বাস্থ্য আইন বলবৎ হোৱাত বিলাতত থকা মাখি আৰু মহে কণী পাৰা ঠাইবোৰ ধ্বংস কৰা হৈছিল। তাৰ ফলত, বিলাতত মাখি-মহ নাইকিয়া হল। তাত সৰ্ব্বসাধাৰণৰ কাৰণে, ৰঞ্জন-ৰশ্মিৰ ( X-Ray ) সহায়েৰে স্বাস্থ্য পৰীক্ষা কৰি চিকিৎসা কৰাৰ ব্যৱস্থা আছে। প্ৰত্যেক তিনি বছৰে, তিনি বছৰে, ৰঞ্জনৰশ্মিৰে জনসাধাৰণৰ বুকু পৰীক্ষা কৰা হয়। গোটেই দেশতে চলন্ত গাড়ীত চিকিৎসকসকলে এনেকৈ ৰঞ্জন-ৰশ্মিৰে নগৰে-গাৱেঁ মানুহৰ স্বাস্থ্য পৰীক্ষা কৰি ফুৰে। স্থানীয় প্ৰশাসনীয় কৰ্ত্তৃপক্ষৰ দ্বাৰা সেই অঞ্চলত চিকিৎসাৰ ব্যৱস্থা কৰা হয়।

বিলাতত সৰ্ব্বসাধাৰণৰ চিকিৎসা এনেকৈ হয়। তাৰ জনসাধাৰণেও আয়ৰ স্বাস্থ্য-বীমা-সেৱাত নিজৰ নিজৰ বৰঙণি সপ্তাহে সপ্তাহে দিয়ে। তাৰ বিনিময়ত ডাক্তৰে বিনাফিজে চিকিৎসাৰ ব্যৱস্থা-পত্ৰ দিয়ে। সেই ব্যৱস্থাপত্ৰ লৈ গৈ তাৰ দাৱাইখানাত ঔষধৰ বাবে পেশ কৰা হয়। সেই ফাৰ্ম্মাচীবোৰ চৰকাৰৰ দ্বাৰা ঔষধ বিক্ৰীৰ অনুমতিপ্ৰাপ্ত। বেমাৰী পক্ষৰ পৰা চিকিৎসাৰ ব্যৱস্থাপত্ৰ দাখিল কৰিলে, উপৰোক্ত আইন মতে, ফাৰ্ম্মাচীত ঔষধত মাত্ৰ ইংৰাজী মুদ্ৰা, ১ চিলিংকৈহে দিব

লাগে। ঔষধৰ বাকী মূল্য যিমান হয় ফাৰ্ম্মাচীবোৰক তাৰ কাউন্টি কাউন্সিলে আদায় কৰি দিয়ে। বিলাতত জনসাধাৰণে স্বাস্থ্য পৰীক্ষা আৰু চিকিৎসাৰ সুবিধা এনেকৈয়ে পায়। সেই দেশত ওপৰত কৈ অহা ধৰণে, চিকিৎসাৰ বাবে লাগতিয়াল যাৱতীয় ঔষধৰ যোগান ফাৰ্ম্মাচীবিলাকৰ পৰা সৰ্ব্বসাধাৰণে তেনেকৈয়ে পায়। এয়ে বিলাতৰ জনস্বাস্থ্যৰ চমু আভাস।

## যাতায়াত আৰু পৰিবহন

ইংলণ্ডৰ যুক্ত ৰাজ্যৰ কেন্দ্ৰীয় চৰকাৰ আৰু স্থানীয় স্বায়ত্ত-শাসনৰ প্ৰশাসনীয় বিভাগে পৰিবহন আৰু যাতায়াতৰ সুবিধা কৰা বিষয়ত একমাত্ৰ কৰ্ত্তৃপক্ষ। পোনেই স্থানীয় প্ৰশাসনীয় বিভাগে অতি আৱশ্যকীয় ৰাজপথৰ বিষয়ে বিবেচনা কৰিছিল। পোন প্ৰথমে ৰাষ্ট্ৰীয় ৰাজপথ ( National High Way ) নিৰ্ম্মাণৰ কথাহে ভাবিছিল। বিলাতত, এসময়ত গাওঁপঞ্চায়ত তথা প্যাৰিশ কাউন্সিলৰ ওপৰত ৰাজপথৰ দায়িত্ব ন্যস্ত আছিল। আজি আৰু সেই দিন নাই।

ইং ১৯২৯ খৃষ্টাব্দৰ স্থানীয় গৱৰ্ণমেণ্টৰ আইন অনুসৰি ( Local Government Act, 1929 ) স্থানীয় স্বায়ত্ত-শাসন প্ৰশাসনে ৰাজপথ বনোৱা আৰু তাৰ বাবে লাগতিয়াল যাৱতীয় খৰচৰ ধন যোগানৰ ব্যৱস্থা কৰিছিল। বিলাতৰ পৰিবহনৰ উন্নতিত যাতায়াতৰ আৰু বেচি সুবিধা হলে,

ৰাজপথত যাত্ৰীয়ে নিৰাপদভাৱে আৰু সোনকালে নিজৰ নিজৰ কাম কৰিব পাৰিবযে সেইটো বিশেষকৈ বিবেচনা কৰা হৈছিল। ইপিনে যাত্ৰী আৰু যান-বাহনৰ সমাগম ক্ৰমাৎ বেচি হোৱাত 'নেশ্যনেল ইম্পৰ্টেঞ্চ্' (National Importance) অৰ্থাৎ ৰাষ্ট্ৰীয় গুৰুত্ব বুজি যাতায়াতৰ সুবিধাৰ বাবে ৰাজপথ নিৰ্ম্মাণৰ সমস্যা সমাধান কৰাটো অত্যন্ত আৱশ্যক হৈ পৰিছিল। তাৰ বাবে পৰিবহন সেৱাৰ—ট্ৰেন্সপোৰ্ট্ সাৰ্ভিস্ (Transport Service ) আৱশ্যক হৈ উঠিছিল। সেয়ে ৰাজপথৰ কৰ্ত্তৃপক্ষৰ ( High Way Authorities ) সৃষ্টি হ'ল। পৰিবহন আৰু অসৈনিক বিমান বহনৰ মন্ত্ৰী দপ্তৰেই ( Ministry of Transport and Civil Aviation ) উক্ত কৰ্ত্তৃপক্ষহৈ পৰিল। ইং ১৯৩৬ খৃষ্টাব্দৰ ট্ৰাঙ্ক ৰোডছ্ এক্ট মতে ( Trunk Roads Act. 1936 ) পৰিবহনৰ মন্ত্ৰিত্বলৈ দেশৰ মহাপথ সম্বন্ধীয় সকলো ক্ষমতা বদলি হল। উক্ত মন্ত্ৰীক মহাপথ-ৰাজপথ (High Way Authority) নিৰ্ম্মাণৰ কৰ্ত্তৃপক্ষ হিচাপে সাৰ্ব্ব-ভৌম ক্ষমতা দিয়া হৈছিল। কাৰ্য্যক্ষেত্ৰত হলে, মন্ত্ৰীয়ে এই বিষয় কৰিবলগীয়া সকলো ক্ষমতা, 'কাউন্টি কাউন্সিল', 'কাউন্টি বৰো কাউন্সিল', 'নগৰৰ ডিষ্ট্ৰিক্ট কাউন্সিল' প্ৰভৃতি স্থানীয় স্বায়ত্ত-শাসনৰ প্ৰশাসনলৈ হস্তান্তৰ কৰিছিল। তাৰ পাচত, ইং ১৯৫৯ খৃষ্টাব্দৰ ৰাজপথৰ আইন মতে, ( The High Way Act, 1959 ) মন্ত্ৰীৰ সম্মতিক্ৰমে এই বিষয়ৰ ক্ষমতা অথবা ৰাজপথ সম্পৰ্কীয় যিকোনো ক্ষমতা উক্ত প্ৰশাসনীয় কৰ্ত্তৃপক্ষক

দিয়াৰ ব্যৱস্থা হৈছিল। স্থানীয় প্ৰশাসনীয় কৰ্তৃত্বৰ সভাক ( Council ) এনেকৈ ক্ষমতা হস্তান্তৰ কৰা হৈছিল যে সেই সভাই বাস্তৱতে মন্ত্ৰীৰ অভিকৰ্ত্তা হিচাপেহে কাম কৰিছিল। তেনে ক্ষমতাপ্ৰাপ্ত কেইটামান স্থানীয় স্বায়ত্ত শাসনৰ প্ৰশাসনীয় কৰ্তৃপক্ষৰ নাম তলত উল্লেখ কৰা হ'ল।

এই প্ৰসঙ্গত এইটো উল্লেখ কৰা সমীচীন হব যে আমাৰ দেশত যেনেকৈ গাৱঁত গাওঁপঞ্চায়ত, আৰু অঞ্চলত আঞ্চলিক পঞ্চায়ত আৰু মহকুমা পৰিষদ আছে তেনেকৈ বিলাততো স্বায়ত্ত শাসনৰ প্ৰশাসনীয় অঞ্চল আছে। সেইবোৰ হ'ল— ইংলণ্ডৰ গাৱঁত প্যাৰিশ কাউন্সিল। তাতকৈ ডাঙৰ অঞ্চল হল—ডিষ্টিক কাউন্সিল। আৰু 'বৰো কাউন্সিল', 'কাউন্টি', 'কাউন্টি বৰো কাউন্সিল' ইত্যাদি।

ৰাজপথ নিৰ্ম্মাণৰ ক্ষমতাপ্ৰাপ্ত প্ৰশাসনীয় কৰ্তৃপক্ষ :—

**কাউন্টি বৰো কাউন্সিল** ( County Borough Council ) :—উক্ত স্বায়ত্ত-শাসনৰ প্ৰশাসনীয় অঞ্চলত সকলো ৰাস্তা আৰু দলং ৰাজপথ নিৰ্ম্মাণৰ কৰ্তৃপক্ষ। তাৰ লগতে 'বৰো কাউন্সিলে' মন্ত্ৰীৰ এজেণ্ট স্বৰূপে দেশৰ মহাপথ ( Trunk Roads ) ৰক্ষণাবেক্ষণ কৰে।

**কাউন্টি কাউন্সিল** (County Council) :—এই প্ৰশাসনীয় অঞ্চলত থকা গাৱঁৰ ডিষ্ট্ৰিক্ট কাউন্সিলৰ সকলো ৰাজপথ, ( high ways in a rural district within the county ) আৰু কাউন্টিৰ প্ৰশাসনীয় অঞ্চলত বনাব লগীয়া নগৰৰ ডিষ্ট্ৰিক্ট

কাউন্সিলৰ সকলো ৰাস্তা, কাউন্টি কাউন্সিলে, মন্ত্ৰীৰ অভিকৰ্ত্তা হিচাপে নিৰ্ম্মাণ কৰে। সেই কাউন্টি অঞ্চলৰ সকলো দলং বোৰ সাজি যাতায়াতৰ সুবিধা কৰে। ৰাস্তাবোৰৰ ভিতৰত 'কাউন্টি'য়ে প্ৰথম, দ্বিতীয় আৰু তৃতীয় শ্ৰেণীভুক্ত ৰাস্তাবোৰহে বনায়।

কাউন্টি ডিষ্ট্ৰিক্ট কাউন্সিল ঃ—এই প্ৰশাসনীয় কৰ্ত্তৃপক্ষই, ওপৰত উন্নুকিওয়া তিনি শ্ৰেণীত বাহিৰে যিবোৰ ৰাস্তা শ্ৰেণীকৰণ হোৱা নাই, আৰু কাউন্টি প্ৰশাসনে যিবোৰ ৰাস্তা নবনায় সেইবোৰ ৰাস্তা নিৰ্ম্মাণ কৰে।

যদিও পৰিবহন মন্ত্ৰীৰ ওপৰত দেশৰ মহাপথ নিৰ্ম্মাণৰ দায়িত্ব ন্যস্ত, বাস্তৱতে উক্ত স্থানীয় শাসনৰ স্বায়ত্ত প্ৰশাসনীয় কৰ্ত্তৃপক্ষই মন্ত্ৰীৰ অভিকৰ্ত্তা হিচাপে সকলো কাম কৰে। এইটো নকলেও হয় যে পৰিবহন মন্ত্ৰীত্বৰ তৰফৰ পৰা যিবোৰ চৰ্ত্ত আৰু চুক্তি দিয়া হয় সেই আটাইবোৰ মানি চলিহে উক্ত প্ৰশাসনীয় কৰ্ত্তৃপক্ষই ৰাজপথ নিৰ্ম্মাণ কৰি পৰিবহন যান-বাহন আৰু যাতায়াতৰ সুবিধা কৰে।

লণ্ডন চহৰৰ পৰিবহন আৰু যাতায়াতৰ সুবিধাৰ লগত আমাৰ দেশৰ নগৰত থকা পৰিবহন আৰু যাতায়াতৰ সুবিধাৰ তুলনা নহয়। বিলাতৰ নগৰ-চহৰ আৰু গাওঁবোৰত যাতায়াতৰ সুবিধাৰ বাবে কেন্দ্ৰীয় চৰকাৰেঁ আৰু স্থানীয় প্ৰশাসনীয় কৰ্ত্তৃপক্ষই কেনেকুৱা ৰাস্তা ৰাজপথ আৰু দেশৰ মহাপথ আৰু সেই ৰাস্তা ৰাজপথ-মহাপথৰ দলংবোৰ সাজে। এতিয়া লণ্ডন চহৰৰ পৰিবহন সম্বন্ধে উল্লেখ কৰোহঁক।

লণ্ডন চহৰত স্থল-পথেৰে তিনি প্ৰকাৰ পৰিবহনৰ যান-বাহন বৰ্ত্তমান। যেনে ঃ—

(১) বাছ অৰ্থাৎ মটৰ গাড়ী।

(২) মাটিৰ ওপৰেৰে যোৱা ৰেলগাড়ী।

(৩) মাটিৰ তলেৰে যোৱা বৈদ্যুতিক ৰেলগাড়ী। এই মাটিৰ তলেৰে যোৱা বৈদুতিক ৰেলগাড়ীয়েই 'টেমচ্' নদীৰ সুৰঙ্গৰ মাজে মাজে যায়।

লণ্ডনৰ পৰিবহন আৰু যান-বাহনৰ প্ৰশাসন আৰু উক্ত তিনি শ্ৰেণীৰ পৰিবহন ইমান উন্নত যে, কিবাকৈ হঠাৎ উপৰোক্ত তিনিবিধ পৰিবহনৰ কোনো এবিধ পৰিবহন অচল হৈ পৰিলে যাত্ৰীৰ যাতয়াত তেনেই বন্ধ নহয়। যান-বাহন কমিলেও চহৰৰ যাতায়াত অচল হৈ নপৰে। উদাহৰণ স্বৰূপে লেখক লণ্ডনত থকা সময়ত হোৱা অভিজ্ঞতাৰ পৰা উল্লেখ কৰে যে, ইং ১৯৫৮ খৃষ্টাব্দত ( The London Bus Strike ) লণ্ডন চহৰৰ বাছ পৰিবহনৰ কৰ্ম্মচাৰীসকলে ধৰ্ম্মঘট কৰিছিল। ফলত ৪৭ দিন ব্যাপি সেই সময়ত ( Bus transport ) বাছ পোৱা নগৈছিল।

গণতন্ত্ৰ বিষয়ত বৃটিছসকল অগ্ৰগণ্য। শান্তিপূৰ্ণভাবে ধৰ্ম্মঘট হৈছিল। বৃটিছ চৰকাৰ আৰু লণ্ডন বাছ পৰিবহনৰ মজদুৰ সম্প্ৰদায়ৰ মাজত যি সংঘৰ্ষ হৈছিল তাৰ প্ৰতিপ্ৰিয়া হৈছিল কাগজে-কলমে। লণ্ডনৰ বাতৰি কাকতত ডাঙৰ ডাঙৰ আখৰেৰে বৃটিছ পাৰ্লিয়ামেণ্টত নিতৌ সেই বিষয় হোৱা

আলোচনাৰ বিৱৰণ প্ৰকাশ হৈছিল। কিন্তু কোনো অহিংসা-মূলক বা ধ্বংসকাৰী কাম হোৱা নাছিল। বাছ-যাত্ৰীৰ অসুবিধা নহৈছিল যে তেনে নহয়। বিশেষকৈ ৰেলেৰে যাব নোৱাৰা ঠাইত পঢ়া-শুনা কৰা আৰু স্কুললৈ বাছেৰে অহা-যোৱা কৰা ল'ৰা-ছোৱালীহঁতৰ অসুবিধা হৈছিল। বৃটিছসকল পৃথিৱীৰ ভিতৰত সভ্য জাতি বুলি জগৎ প্ৰখ্যাত। ধৰ্ম্মঘটৰ সময়ত সেই সভ্য জাতিয়ে ল'ৰা-ছোৱালীহঁতক স্কুললৈ যোৱাত সহায় কৰিছিল। যিসকলে নিজৰ মটৰ গাড়ীৰে ৰাস্তাত অহা-যোৱা কৰিছিল তেওঁলোকে সৰু সৰু ল'ৰা-ছোৱালীহঁতক মটৰত তুলি যিমানদূৰলৈ নিব পাৰে বিনা বাক্যে অতি আনন্দেৰে আগবঢ়াই থৈছিল। স্কুলীয়া ল'ৰা-ছোৱালীহঁতে স্কুললৈ অহা-যোৱা কৰা সময়ত, ৰাজপথত থিয় হৈ আছিল। কোনো ভদ্ৰলোকে নিজৰ মটৰ গাড়ীত আহিলে, মটৰত চিট অৰ্থাৎ বহিবলৈ ঠাই থকা যেন দেখিলেই, হাত দাঙি দিছিল। তেতিয়া ভদ্ৰলোকে মটৰ থমাই ল'ৰা-ছোৱালীহঁতক লৈ গৈ যিমানদূৰ পাৰে সিমানদূৰ আগুৱাই থৈ আহিছিল। ডেৰ মাহৰ পাচত সেই ধৰ্ম্মঘট ভাঙে। ২১ জুনৰ দিনা লণ্ডন চহৰত আকৌ ( Bus Transport Service ) বাছ চলিল। লণ্ডন চহৰত সেইবেলি উক্ত ধৰ্ম্মঘট কৰা হেতু বাছ পৰিবহনৰ বিশেষ ক্ষতি হৈছিল। মুঠৰ ওপৰত প্ৰায় ( Loss of Revenue £80,00000 ) আশী লাখ পাউণ্ড লোকচান হৈছিল।

এই পৰিবহন প্ৰসঙ্গত যদি ভাৰতৰ লোকসমাজ বিকাশৰ উদ্দেশ্যে ৰাস্তা বনোৱাৰ উল্লেখ কৰা যায়, তেন্তে দেখিবলৈ পোৱা যাব যে আমাৰ অসমৰ আঞ্চলিক পঞ্চায়তৰ কৰ্ম্মক্ষেত্ৰ আৰু সমাজ উন্নয়নৰ ব্লকবোৰ হয় প্ৰথমতে ভিতৰুৱা ঠাইত —অলি-পদুলি-ৰাস্তা-ঘাট নোহোৱা গাওঁবোৰৰ মাজত। লোকসমাজ বিকাশৰ সাচা বহুৱা অঞ্চলত শ্যেড' ব্লক ( (Shadow Block ) যাতায়াতৰ সুবিধা কৰাৰ দায়িত্ব সমূহীয়া আঁচনিৰ কাম। গাৱঁৰ মাজত ৰাস্তা-ঘাট বনালেহে যাতায়াতৰ সুবিধা হয়। গতিকে সেই বিষয় হিচাবী নহলে মস্কিল। লোকসমাজৰ বাবে ৰাস্তা বনাবলৈ হলে তাৰ 'ৰুউট অৰ্থাৎ পথমাৰ্গ স্থিৰ কৰোতে তলত লিখা কথা কেইটা মন কৰিব লাগে।

ৰাস্তা বনোৱাৰ পৰিকল্পনা হাতত লওঁতে, গাৱঁলীয়া ৰাইজৰ সৰ্ব্বসন্মতিক্ৰমে ৰাস্তাৰ এলাইনমেণ্ট অৰ্থাৎ থিক পংক্তি বন্ধন কৰিব লাগে। তলত উনুকিওৱা বিষয়কেইটা বিশেষভাৱে চিন্তা কৰিহে ৰাস্তাৰ কাম আৰম্ভ কৰা উচিত।

(১) ৰাস্তা তৈয়াৰ কৰা বস্তুবোৰ স্থানীয় বজাৰত পোৱা যায় নেযায় সেইটো বিশেষভাৱে আগধৰি চোৱা যুগুত।

(২) প্ৰস্তাবিত ৰাস্তা লোকসমাজৰ সেৱাত অহা উচিত। এই ৰাস্তাৰে অইন ৰাজপথলৈ যাব পৰা হব লাগে। স্থানীয় ৰাইজৰ আৰ্থিক উন্নতিৰ বাবে এই ৰাস্তাৰে যাতে স্থানীয় পণ্য অনা-নিয়া কৰিব পৰা যায় সেইটো প্ৰধান লক্ষ্য হব লাগে।

(৩) ৰাস্তাটো যিমান সম্ভৱ পোনে পোনে যোৱাটো বাঞ্ছনীয়। গতিকে ৰাস্তা যাতে একা-বেকাকৈ বনোৱা নহয় সেইটো লক্ষ্য কৰা উচিত।

(৪) ৰাস্তা যি পিনে যায়, সেই পিনে নদী-জুৰি পাৰ হবলগীয়া হয় নে নহয় সেইটো চোৱা উচিত।

(৫) ৰাস্তা বনোৱাত ৰাস্তাৰ গ্ৰেডিয়েণ্ট্ প্ৰাবণ্য অৰ্থাৎ বনাই যাওঁতে কোনপিনে কিমান ওখ বা নামনি, সেইটো ৰাস্তাৰ পংক্তি বন্ধনৰ সময়ত বিশেষ লক্ষ্য কৰা উচিত।

(৬) ৰাস্তাটো স্থলপথৰ আটাইতকৈ উচ্চ ঠাইৰে যাব লাগে, অৰ্থাৎ পানীত তল যোৱা ঠাইৰে যাতে প্ৰস্তাৱিত ৰাস্তা নাযায় তাক চোৱা যুগুত।

(৭) কোনপিনেৰে ৰাস্তাটো যাবগৈ তাৰ ঠিক পংক্তিবন্ধন বিষয়ে স্থানীয় ৰাইজক পতিয়ন কৰিহে, ৰাস্তাৰ আঁচনি কাৰ্য্যত পৰিণত কৰাৰ চেষ্টা কৰা উচিত।

(৮) ৰাস্তা যিপিনে বনোৱা হয় সেই পিনে মাটি গ্ৰেভেলি অৰ্থাৎ বালুময় নে কৰ্কৰময় সেইটো বিশেষকৈ লক্ষ্য কৰা উচিত।

## গৃহ নিৰ্ম্মাণ

বিলাতৰ গৃহ নিৰ্ম্মাণৰ বিষয় আলোচনাত প্ৰবৃত্ত হলে আমাৰ সমূহীয়া আঁচনিৰ গৃহ নিৰ্ম্মাণৰ কথা ওলায়। আমাৰ দেশৰ লোকসমাজ বিকাশত· ভাৰতৰ গাৱেঁ ভূঞে যি গৃহ

নিৰ্ম্মাণ, লণ্ডন চহৰৰ আশে-পাশে নতুন নগৰ পৰিকল্পনাত হোৱা গৃহ নিৰ্ম্মাণৰ তুলনা নহয়। কিন্তু, আমাৰ দেশৰ সৰ্ব্বসাধাৰণৰ বাস কৰিবলৈ যেনে ভাল ঘৰ নাই লণ্ডন চহৰতো লণ্ডনত বাস কৰা লোকসকলৰো থাকিবলৈ ঘৰৰ অভাব। (১) সেই ফালৰ পৰা বাসভৱনৰ সমস্যা একে বুলিব পাৰি। (২) চহৰত গৃহ নিৰ্ম্মাণ কৰোতে সৰ্ব্বাঙ্গসুন্দৰ প্ৰতিবেশ সৃষ্টিৰ পিনে লক্ষ্য ৰাখিব লাহে। (৩) গৃহ নিৰ্ম্মাণৰ পৰিকল্পনাত এনেভাৱে বাসস্থান নিৰ্ম্মিত হব লাগে যাতে অধিবাসীসকল সন্তুষ্ট থাকে। এই তিনিটা বিষয় যদি চিন্তা কৰা যায় তেন্তে লণ্ডন চহৰৰ ওচৰত নতুনকৈ নিৰ্ম্মিত নগৰ পৰিকল্পনা আৰু গৃহ নিৰ্ম্মাণৰ কথা অপ্ৰাসঙ্গিক নহব। সেই গৃহ নিৰ্ম্মাণৰ কথাৰ অতি চমু বিবৰণ দি লণ্ডনহেন চহৰতো যে বাসভৱনৰ সমস্যা আছে, তাৰেহে এটা চমু আভাস দিয়াৰ চেষ্টা কৰিছে।

লণ্ডন চহৰত প্ৰায় নব্বৈ লাখ মানুহে বাস কৰে। এই বিৰাট জনতাৰ চহৰত লাখ লাখ মানুহৰ ঘৰৰ সমস্যা। এই ঘাই সমস্যাৰ কথা ভাবি প্ৰথম মহাসমৰৰ পাচতেই লণ্ডন চহৰৰ পৰা অইন ঠাইত মানুহৰ বাসস্থান কৰি দিয়াৰ চেষ্টা চলিছিল। লণ্ডন চহৰত বসতি ইমান ঘন যে তাত থকা বহুত মানুহে লণ্ডনত ৰাতি শোৱাত বাহিৰে অইন সময় কটাবৰ সময় নাপায়। অৰ্থাৎ পুৱে ঢল দিয়াৰ লগে লগে, ৰাতি পুৱাতেই শোৱা পাটী এৰি ৪০।৫০ মাইল দূৰত

কাৰখানা-শিল্প-উদ্যোগ-অফিচত বা ব্যৱসায়-বাণিজ্যিক কাৰ্য্যালয়ত কাম কৰিবলৈ যায়। গধূলি হলে কৰ্ম্মস্থানৰ পৰা শ্ৰান্ত-ক্লান্ত হৈ লণ্ডন চহৰত থকা নিজ বাসস্থানলৈ উভতি আহি ৰাতি ন-দহ বজাত পায়হি। ৰাতিটো কটাই আকৌ ৰাতিপুৱাতেই কৰ্ম্মস্থানলৈ যায়। এনেকুৱা চহৰক ডৰ্মিটৰী অৰ্থাৎ 'শয়নাগাৰ' বুলিলেও ভুল কোৱা নহয়। লণ্ডন চহৰত এনেকৈ বাস কৰি থকা লোকৰ জনসংখ্যা ইমান বেছি হৈছিল যে, লণ্ডন চহৰৰ দাঁতিত নতুন নগৰ পাতি তালৈ জনতাৰ মন আকৰ্ষণ কৰি লণ্ডন চহৰৰ ঘন বসতি পাতলাবলৈ লণ্ডনৰ স্থানীয় শাসন-প্ৰশাসনীয় কৰ্ত্তৃপক্ষই পৰিকল্পনা কৰিছিল। লগতে এইটো প্ৰশ্ন উঠে যে লণ্ডনত যে এনেকুৱা অৱস্থা হৈছে স্কটলেণ্ডতনো হোৱা নাই কিয়? বাস্তৱতে, গৃহ-নিৰ্ম্মাণ-পৰিকল্পনাত স্কটলেণ্ডে দুশ বছৰ আগৰে পৰা নগৰ-পৰিকল্পনা-কাম আৰম্ভ কৰিছে। ফলত স্কট্লেণ্ডত মানুহৰ বাসস্থানৰ সমস্যা লণ্ডন চহৰৰ দৰে হোৱা নাই।

দ্বিতীয় মহাসমৰৰ পাচত লণ্ডন চহৰত বাসস্থানৰ সমস্যাৰ বিষয়ে স্থানীয় কৰ্ত্তৃপক্ষই বিশেষ গুৰুত্ব দিছিল; ঘৰৰ সমস্যাটো বিৰাট আকাৰত পুনৰ্গঠন কৰি পৰীক্ষামূলক ভেটিত নগৰ আৰু দেশ পৰিকল্পনা হাতত লৈ তাক কাৰ্য্যত পৰিণত কৰিছিল। পৰীক্ষামূলক ভেটিত এই কাৰ্য্য হাতত লোৱা বুলি কোৱা হৈছে এই কাৰণে যে লণ্ডন চহৰত বাস কৰা লোকে, লণ্ডনত থকা নিজৰ বাসস্থান সতকাই এৰি যাবলৈ

ইচ্ছা নকৰে। লণ্ডনত শ্রেষ্ঠ নাগৰিকসকলে বাস কৰে। তাত থকা নাগৰিকৰ সুবিধা স্বকীয়া। গতিকে লণ্ডন চহৰৰ পৰা ৫০।৬০ মাইল দূৰত নতুনকৈ যি নগৰ বা চহৰ পাতি গৃহানির্ম্মাণ কৰা হয়, তালৈ উক্ত লণ্ডনত বাস কৰা লোকসকল, যায় নে নাযায়, সেইটো নির্ভৰ কৰে, নতুন নগৰ পৰিকল্পনা আৰু তাত নতুন গৃহ নির্ম্মাণৰ পৰিকল্পনাৰ ওপৰত। সেই-কাৰণে প্রথমতে এই পৰিকল্পনা পৰীক্ষামূলক বোলা হৈছিল।

এইটো কোৱা বাহুল্য যে লণ্ডন চহৰত উদ্যোগ, শিল্প কাৰখানা, ব্যৱসায়-বাণিজ্য ইমান বেচিযে তাত নিতৌ জন-সংখ্যাৰ সমাগম ক্রমাৎ বেচি হৈয়েই আছে। তাৰ ফলত বাসস্থানৰ অভাৱো ক্রমাৎ বাঢ়িছে। সেইকাৰণে লণ্ডনৰ পৰা দূৰত নতুন নগৰ-চহৰ পাতি নগৰ আৰু গাওঁ পৰি-কল্পনাৰে দেশ গঠনৰ কাম হাতত লৈছে। এনেকৈ লণ্ডন চহৰৰ ঘনবসতি পাতলাবৰ চেষ্টা কৰা হৈছে।

এইয়ে নগৰ পৰিকল্পনা তথা গৃহনির্ম্মাণৰ পৰিকল্পনা। তাত যাতে কোনো খুঁত নাথাকে তাৰ বাবে বৈজ্ঞানিক, ইঞ্জিনীয়াৰ আৰু বাস্তুকাৰৰ সহায়ত, পৰিকল্পনাকাৰী সভাই বিশেষ সতর্ক হৈ কামত আঁগ বাঢ়ে। লণ্ডনৰ এই গৃহ নির্ম্মাণ পৰিকল্পনাত, কোনো খুঁত নোহোৱাকৈ সকলো ফালৰ পৰা গমি-পিটি চাই, নগৰ পৰিকল্পনা হাতত লোৱা হয়। সেই-কাৰণে সেই পৰিকল্পনা সুন্দৰভাৱে কৃতকার্য্য হৈ উঠে। নগৰ পৰিকল্পনাৰ ৰূপাঙ্কণ কৰোতে—

(ক) পোন প্ৰথমে গৃহনিৰ্ম্মাণৰ মাটি তৈয়াৰ কৰি তাক সৰ্ব্বতোভাৱে সাজু কৰি লোৱা হয়।

(খ) পুৰণি পৰিকল্পনাকাৰীয়ে অৰ্থাৎ আগৰ দিনত যি চিন্তাধাৰা লৈ পৰিকল্পনাৰ কাম হাতত লৈছিল, তেওঁলোকে ভবিষ্যত নগৰ পৰিকল্পনাৰ কি সপোন দেখিছিল সেইটো দকৈ চিন্তা কৰি কেনেকৈ পুৰণি পৰিকল্পনাকাৰীৰ চিন্তাধাৰাৰ লগত সামঞ্জস্য ৰাখি বৰ্ত্তমান কামত আগবাঢ়িব পাৰে তাৰো চিন্তা কৰা হয়।

(গ) স্থানীয় সমাজ সংস্কাৰক সকলৰ মনত কি চিন্তাধাৰা, সেইটো কথাও নতুন পৰিকল্পনাকাৰীয়ে ভাবি তাত, থকা বৰ্ত্তমান সংগঠিত সমাজৰ চিন্তাৰ লগত খাপ খুৱাই, নতুন নগৰ পৰিকল্পনা কৰে। এই তিনি বিষয়, পৰিকল্পনাৰ ৰূপাঙ্কণত সন্নিবিষ্ট কৰি এনেকৈ গৃহ নিৰ্ম্মাণ কৰে যে তাৰ চাৰিওফালৰ পৰিবৃত্তিটো অতি মনোমুগ্ধকৰ হৈ উঠে। সেই পৰিকল্পনাকাৰীয়ে নতুন নগৰ পৰিকল্পনাৰ তথা গৃহ নিৰ্ম্মাণৰ পৰিবৃত্তিটো এনে সুন্দৰ মনোৰম কৰি গঢ়ি তোলে যে নগৰত থকা মানুহে নতুনকৈ গঢ়া নগৰখন উদাহৰণ স্বৰূপে উল্লেখ কৰে; নতুন পৰিকল্পনাৰ ভূৰি-ভূৰি প্ৰশংসা কৰে। গৃহ নিৰ্ম্মাণ কালত ঘৰৰ সুন্দৰ সুন্দৰ প্ৰতিকৃতি কৰে য'ত মানুহে বাস কৰি সকলো সুবিধা পায়। আনকি সেই ঠাইৰ বাসিন্দাসকলে এই নতুন নগৰত থাকিয়েই যাতে নতুন নতুন শিল্প-উদ্যোগ-কাৰখানা ব্যৱসায়িক অনুষ্ঠানত কাম কৰিব

পাৰে তাৰ বাবে শিল্প-উদ্যোগ-কাৰখানা ব্যৱসায় অনুষ্ঠান স্থাপনৰো পৰিকল্পনা কৰা হয়। তেতিয়াহলে এই নতুন নগৰখন শয়নাগাৰ পুৰা নহয়।

এই নতুন নগৰত অহৰহ যিমান যান-বাহনৰ সমাৰোহ আৰু ভবিষ্যত বাঢ়ি কিমান হবগৈ পাৰে তাক বিশেষ বিবেচনা কৰি ৰাজপথ আৰু ৰাস্তা পৰিকল্পনাত সন্নিবিষ্ট কৰি ৰাখে। সেই পৰিকল্পনা চকুৰ আগত ৰাখিয়েই পৰিকল্পনাকাৰীয়ে পদযাত্ৰীৰ ফুট্‌পাথ্‌ অৰ্থাৎ পদ-পথ পৰ্য্যন্ত বনোৱাত ভবিষ্যত জনসংখ্যা আৰু যাত্ৰীৰ যাতায়াতৰ সুবিধাৰ কথা ভাবে।

সেই কাৰণে তেনে পৰিকল্পিত ঠাইত বসতি কৰা বাসিন্দাৰ মাজত সদ্ভাৱ গঢ়ি উঠে। এই ওচৰ-চুবুৰীয়াৰ মাজত যি সদ্ভাৱ হয় সেয়ে প্ৰতিবাসীৰ মাজত মৰম আৰু মিলা-প্ৰীতিৰ সৃষ্টি কৰে। সমাজ উন্নয়নত এই বিষয়টোৰ কথা বিশেষকৈ ভাবি গৃহ নিৰ্ম্মাণৰ আঁচনি লোৱা হয়। গতিকে নতুন নগৰৰ পৰিকল্পনা তথা গৃহ নিৰ্ম্মাণ কালত উক্ত বিষয়বোৰ বিশেষ-ভাৱে গমি-পিটি বিলাতত গৃহ নিৰ্ম্মাণৰ কাম হাতত লয়। লোকসমাজ-বিকাশত দেশৰ 'কমিউনিটি ডেভলপমেণ্ট' বিষয়ত এই গৃহ নিৰ্ম্মাণ পৰিকল্পনাই বিলাতত বিশেষকৈ নাগৰিক-সকলৰ মাজত সদ্ভাৱ গঢ়াত বিশেষ সহায় কৰে। আমাৰ দেশৰ গৃহ নিৰ্ম্মাণ পৰিকল্পনাতো তেনে দূৰদৰ্শিতাৰে কাম হাতত ললে চহৰত লোকসমাজ-বিকাশৰ গঠনমূলক কামবোৰ সহজে হৈ উঠাত নিশ্চয় কোনো খেমেজালি নহব।

সেই দেশত পৰিকল্পনাবিহীন কোনো কামেই হাতত লোৱা নহয়। চৰকাৰী মাটিত কোনো নাগৰিকক ঘৰ সাজিবলৈ দিয়াৰ আগতে উক্ত বিষয়বোৰ পুঙ্খানুপুঙ্খকৈ চাই-চিন্তি তাৰ পাচত ৰাস্তা-ঘাট, আলি-পদূলি, পৰিবৃত্তিৰ সুন্দৰ ব্যৱস্থা কৰিহে গৃহনিৰ্ম্মাণৰ কামত আগ বাঢ়িবলৈ পৰিকল্পনা-কাৰীয়ে বাস্তৱকাৰক নিৰ্দ্দেশ দিয়া হয়। তাকে নকৰি, আগতে কোনো পৰিকল্পনা নোহোৱাকৈ চৰকাৰী মাটিত গৃহনিৰ্ম্মাণ কৰিবলৈ দিয়া নহয়। আমাৰ দেশত এইটো কেতিয়াবা কেতিয়াবা দেখা যায় যে, গৃহনিৰ্ম্মাণ হোৱাৰ এযুগৰ পাচতো কোনো ওচৰ-চুবুৰীয়াই আইনসঙ্গত কাৰ্য্যবিধি নামানি, বাসিন্দাসকলৰ মাজত ৰাস্তা আৰু নলা তৈয়াৰ কৰিবৰ উদ্দেশ্যে, ওচৰ-চুবুৰীয়াৰ ঘৰৰ চৌহদৰ মাটি লব লাগে বুলি ৰাস্তা বনোৱা গড়কাপ্টানি বিভাগৰ বিষয়াক অনুৰোধ কৰে। এনে নীচ প্ৰবৃত্তিৰ লোক সেই দেশত নাই। কাৰণ (১) গৃহ-নিৰ্ম্মাণৰ এযুগ অন্তৰত ঘৰৰ চৌপাশে যি সুন্দৰ পৰিবৃত্তিৰ সৃষ্টি হয়, বহু বছৰৰ পাচত তাক যদি আকৌ ৰাস্তা আৰু নলা কৰিবৰ বাবে ধ্বংস কৰা হয়, তাৰ দ্বাৰা সৰ্ব্বাঙ্গসুন্দৰ চুবুৰী গঢ়াত বিশেষ ব্যাঘাত জন্মোৱা হয়। (২) বাসিন্দাসকল অসন্তুষ্ট হয়। (৩) গৃহনিৰ্ম্মাণ হোৱা অঞ্চলত প্ৰতিবেশীসকল অসন্তুষ্ট হলে তাত কোনো লোকসমাজৰ গঠনমূলক কাম হৈ নুঠে। এতেকে গৃহনিৰ্ম্মাণৰ পৰিকল্পনাৰে উক্ত তিনি বিষয়ত গুৰুত্ব দি গৃহনিৰ্ম্মাণ কৰা উচিত। তাত মনৰ সন্তোষেৰে

অধিবাসীসকল আনন্দ—মিলা-প্ৰীতিৰে যাতে বাস কৰিব পাৰে, সেইটো গৃহনিৰ্ম্মাণ পৰিকল্পনাত বিশেষ লক্ষ্য কৰিব লাগে। তাকে নকৰি ওচৰ-চুবুৰীয়া বা প্ৰতিবেশীৰ ঘৰবাৰী হৈ উঠাৰ পাচত, প্ৰতিবাসীৰ মাটি নতুনকৈ ৰাস্তা আৰু নলা তৈয়াৰ কৰা বাবদ বেআইনী হিচাপে লৈ পৰিবৃত্তি ধ্বংস কৰা হয়, তেন্তে সেই ঠাইৰ বাসিন্দাৰ মাজত ওচৰ-চুবুৰীয়াৰ সম্বন্ধ ঘনিষ্ঠ হৈ নুঠে। বৰঞ্চ লোক-সমাজ-বিকাশৰ গঠনমূলক কামত ই প্ৰধান প্ৰতিবন্ধক হৈ উঠে।

ধনী দেশৰ কথা সুকীয়া। বিলাতখন ধনীৰ দেশ। ইংলণ্ডৰ যুক্তৰাজ্যত, নগৰ আৰু দেশ পৰিকল্পনাৰে য'ত গৃহ-নিৰ্ম্মাণ কৰে তাত সবাতো আগে ৰাস্তা, আলি-পদূলি নলা-নৰ্দ্দমা পানী আৰু পোহৰৰ যে সুবন্দবস্ত কৰে তাক কোৱা বাহুল্য। তাৰ লগতে আনকি, বাসিন্দাসকলৰ কেইঘৰৰ মাজত 'গেৰেজ' অৰ্থাৎ মটৰগাড়ী ৰখা ঘৰ সাজিব তাকো হিচাপ কৰে। সময়ত সেইমতে পৰিকল্পনা কৰি 'গেৰেজ'বোৰ সাজে।

বিলাতৰ স্বায়ত্ব শাসন প্ৰশাসনীয় প্ৰশিক্ষণ কালত, লেখকে গৃহনিৰ্ম্মাণৰ যন্ত্ৰবিদ্যাবিদ্ সকলত সৈতে আলোচনা চক্ৰত বহি জানিছিল যে বিলাতৰ ঘৰ সংৰচনা সাধাৰণতে চাৰি প্ৰকাৰৰ। যেনে :—

(১) ইটাৰ ঘৰ।

(২) লো বা তীখাৰ সংধাৰৰ ঘৰ।

(৩) লো আৰু চীনা মাটিৰ সংধাৰ।

(৪) কাঠৰ সংধাৰ।

ইংলণ্ডৰ যুক্তৰাজ্য শিল্পপ্ৰধান ঔদ্যোগিক দেশ। তাত গৃহনিৰ্ম্মাণ উক্ত সংৰচনাৰহে হয়। সেই দেশৰ গৃহনিৰ্ম্মাণৰ যি মূলনীতি সেই মূলনীতিয়ে লোকসমাজ বিকাশত সহায় কৰে যে সেই দৃষ্টিভঙ্গীৰ পৰাহে আমি ইংলণ্ডৰ গৃহনিৰ্ম্মাণ বিষয়ে এই কেইআষাৰ কথা ডাঙি ধৰিলোঁ।

লণ্ডন চহৰত বাঁহ-খেৰ পাবলৈ নাই। আমাৰ গাৱঁৰ দৰে তাত খেৰী ঘৰ নিৰ্ম্মাণ নহয়। সেই বুলিয়ে বিলাতৰ গাৱঁত খেৰী ঘৰ নাই তেনে নহয়। বিলাতৰ গাৱঁতো খেৰী ঘৰ আছে। ইয়াৰ পাচৰ অধ্যায়ত, বিবিধ প্ৰসঙ্গত সেই বিষয় চমু আভাস দিয়াৰ ইচ্ছা থাকিল।

---

# সপ্তম অধ্যায়

## বিবিধ

## ( ১ )

## বিলাতী মেমৰ সমিতি

বিলাততো মহিলা সমিতি আছে। বিলাতী মেমসকলৰ তিনিটা বিৰাট সংগঠন আছে। সেইকেইটা হ'ল—

( ১ ) নেশন্যাল ফিডাৰেশ্যন অফ্ ওমেন্স্ ইন্ষ্টিটিউট্ অৰ্থাৎ মহিলা অনুষ্ঠানৰ ৰাষ্ট্ৰীয় সঙ্ঘ।

( ২ ) টাউন্স্ ওমেন্স্ গিল্ডস্ অৰ্থাৎ চহৰৰ মহিলা সমিতি।

( ৩ ) ওমেন্স্ ভলাণ্টৰী চাৰ্ভিস্ অৰ্থাৎ মহিলাৰ স্বেচ্ছাসেৱা।

**নেশন্যাল ফিডাৰেশ্যন্ অফ ওমেন্স্ ইনষ্টিটিউট :—** বিলাতৰ মেমসকলৰ এই ৰাষ্ট্ৰীয় সঙ্ঘত সকলো মহিলাই ভৰ্ত্তি হব পাৰে। তাত নাই ৰাজনৈতিক দলাদলি, নাই সাম্প্ৰদায়িক বিদ্বেষ। ইংলণ্ডৰ প্ৰত্যেক কাউন্টিত প্ৰতিষ্ঠিত স্থানীয় প্ৰশাসনীয় কৰ্ত্তৃপক্ষৰ অধীনত থকা মহিলা অনুষ্ঠানৰ সৈতে মহিলাসকলৰ এই ৰাষ্ট্ৰীয় সঙ্ঘ গঠিত।

এ: উদ্দেশ্য হৈছে (ক) দেশত থকা গাওঁৰ মহিলা সকলৰ খুৰাই সজ্ঘবদ্ধকৈ ঘৰুৱা সংসাৰখন সুচাৰুকৈ চলোৱাত গাওঁৰ মহিলাসকলক সৰ্ব্বতোভাৱে সহায় কৰাটো।

(খ) গাওঁবোৰৰ অৱস্থাৰ উন্নতিৰ সাধন কৰাটো।

(গ) সমগ্র গ্রেটবৃটেইনৰ গাওঁৰ অধিবাসীৰ আৱশ্যকীয় অভাৱবোৰ বিবেচনা কৰাটো।

(ঘ) সহযোগিতা আৰু সৌহাৰ্দ্দতা স্থাপন কৰি মহিলা সকলৰ অন্তৰত সেৱাকৰাৰ উদ্দ্যম আৰু আগ্রহৰ সৃষ্টি কৰাটো।

**টাউন্‌স্ ওমেন্‌স্ গিল্ডস্ :**—এই অনুষ্ঠানটি চহৰৰ মহিলা-সকলৰ সংগঠন। এই সংগঠনতো কোনো ৰাজনৈতিক দলাদলি নাই; কোনো সাম্প্রদায়িক প্রভাৱো নাই।

নগৰত থকা মহিলাসকলৰ নাৰীসমাজত কি ভূমিকা হব পাৰে তাক মহিলাসকলক বোধগম্য কৰাটো ইয়াৰ উদ্দেশ্য। টাউনত থকা মহিলাই তেওঁলোকৰ নিজৰ কৰ্ত্তব্য উপলব্ধি কৰি নাৰীৰ যি নায্য অধিকাৰ তাক প্রতিষ্ঠা কৰিবলৈ যাতে সক্ষম হয় আৰু নিবাৰ্চ্চন আদিত যোগ্যতা আৰু বুদ্ধিৰে নিজৰ নিজৰ ভোট দি নাগৰিকৰ কৰ্ত্তব্য কৰিব পাৰে, তাৰ বাবে নাৰীসকলক সজাগ কৰাটো এই সংগঠনৰ মুখ্য কাম।

বিলাতৰ টাউনবোৰত মহিলাসকলৰ এই অনুষ্ঠানটি বেচ সক্রিয়। টাউন্‌স্ ওমেন্‌স্ গিল্ড্‌চৰ এটি বছৰেকীয়া অধিবেশনৰ

সভা এখনত লেখক আৰু লেখকৰ বন্ধু—শান্তিনিকেতনৰ বিশ্বভাৰতী বিশ্ববিদ্যালয়ৰ সামাজিক শিক্ষা-কেন্দ্ৰৰ ডাইৰেক্টৰ, শ্ৰীসুগত দাশগুপ্ত বিশিষ্ট অতিথি হোৱাৰ সুযোগ পাইছিল।

## মহিলাসকলৰ স্বেচ্ছাসেৱা

বিলাতৰ মহিলাসকলৰ সেচ্ছাসেৱাৰ যি অনুষ্ঠান সি সচাকৈ সকলোৰে অনুকৰণীয়।

এই অনুষ্ঠানৰ সভ্যাসকলৰ স্বেচ্ছাসেৱা বাস্তৱতে প্ৰশংসনীয়। তেওঁলোকে বিলাতৰ সমাজ কল্যাণ বিষয়ত সৰ্ব্বতোভাবে নিজৰ নিজৰ অৰিহণা যোগাইছে। সেই সমাজ কল্যাণৰ গঠন-মূলক কেতবোৰ কামৰ কথা তলত চমুকৈ উল্লেখ কৰা হ'ল।

(১) **লৰাছোৱালীৰ যত্ন**:—লৰা-ছোৱালীৰ যত্নৰ কথা উল্লেখ কৰিলে হয়তো এটি প্ৰশ্ন উঠে যে—লৰা-ছোৱালীৰ যত্ন বিলাতী মেমে লব লাগিল কেলই? লৰা-ছোৱালীহঁতৰ মাক-বাপেক নাই জানো? বৰ্ত্তমান আৰ্থিক জগতত জন-সংখ্যাবৃদ্ধিৰ লগে লগে উন্নত দেশত থকা নগৰ চহৰবোৰত ঘৰত থকা মতামাইকী হালেই যেতিয়া অফিচ কাৰখানা বা কোনো ফাৰ্ম্ম বা স্কুলত কাম কৰে সেইদেশত সৰু সৰু লৰা-ছোৱালীৰ তত্বাবধান কৰাটো পৰিয়ালৰ সমস্যা। গতিকে মহিলাৰ স্বেচ্ছাসেৱিকাই উক্ত চাকৰি কৰা পৰিয়ালত থকা লৰা-ছোৱালীহঁতৰ যত্ন লয় তেতিয়াহে মতা-মাইকী-হালেই চাকৰি কৰি ধন উপাৰ্জ্জন কৰিব পাৰে।

ওৱেলফেয়াৰ ষ্টেট্‌বোৰত অর্থাৎ কল্যাণকামী ৰাষ্ট্ৰবোৰত —লৰা-ছোৱালী বুঢ়া-বুঢ়ীক অৱেলফেয়াৰ-ফুড্‌ চৰকাৰে দিয়ে। জনকল্যাণৰ খাদ্য গোটেই দেশখনত নিয়মমতে বিতৰণ কৰি প্ৰত্যেকক সন্তুষ্ট কৰাটো কিমান দুৰুহ আৰু দায়িত্বপূৰ্ণ কাম তাক সকলোৱে উপলব্ধি কৰিব নোৱাৰে। এই গুৰুদায়িত্ব-পূৰ্ণ কাম স্থানীয় প্ৰশাসনীয় কৰ্ত্তৃপক্ষৰহকে কৰে বিলাতৰ মহিলা স্বেচ্ছাসেবিকাৰ দলে।

লণ্ডন চহৰৰ বাসিন্দাসকলৰ চাকৰিয়াল সকলৰ ঘৰত খবৰ কৰে এই স্বেচ্ছাসেবিকাৰ দলে। লৰাছোৱালীহঁতৰ তেওঁলোক হৈ পৰে 'গড্‌ মাদাৰ' ( God Mother )

দেশৰ জৰুৰীকালীন অৱস্থাত—বিপদৰ সময়ত জিৰণিৰ বাবে যি বোৰ কেন্দ্ৰ বা ক্যেম্প বা বাহৰ খোলা হয় সেই-বোৰ সংগঠন কৰে এই মহিলা স্বেচ্ছাসেৱিকাসকলে। মোটৰ ওপৰত কেন্দ্ৰীয় চৰকাৰ আৰু স্থানীয় প্ৰশাসনীয় কৰ্ত্তৃপক্ষক মহিলাৰ স্বেচ্ছাসেৱাৰ সঙ্ঘই জনকল্যাণৰ কামত সৰ্ব্বতোভাবে সহায় কৰে।

**বুঢ়া-বুঢ়ীৰ যত্নঃ**—বিলাত উন্নত সভ্যদেশ। তাৰ চৰকাৰৰ জনস্বাস্থ্য বিভাগ নাগৰিক সকলৰ স্বাস্থ্যৰক্ষাহেতু বিশেষ ব্যৱস্থা কৰাৰ কাৰণে—বহু বছৰলৈ মানুহজীয়াই থাকে। সাধাৰণত সত্তৰ বছৰলৈ জীয়াই থাকিলে পাচত— আশীবছৰীয়া আলৰ বুঢ়া কাল আহি পৰে। এওঁলোকৰ থকা ঘৰ চৰকাৰে সাজি দিছে। বুঢ়াবুঢ়ী সকল থকাঘৰত তেওঁ-

লোকৰ যত্ন লোৱা বাবদ চৰ্কাৰী তদাৰক এজন থাকিলেই যেনিবা; তেওঁনো ইমান বুঢ়াবুঢ়ীৰ যত্ন লয় কেনেকৈ? এটা ঘৰত সৰু সৰু কমত ২০।৩০ জনকৈ বুঢ়ামানুহ থাকে। এইবোৰক 'হোমস ফৰ ওল্ড পিপ'ল' বোলে।

আমাৰ দেশৰ বুঢ়া-বুঢ়ীসকল থাকে নিজৰ পো-নাতি-জোৱাঁই ঘৰত। আমাৰ দেশ ভাৰতবৰ্ষৰ সমাজত মানবীয়তাৰ যি সম্বন্ধ—পিতা-পুত্ৰৰ মাক জীয়েক জোৱাঁইশহুৰ মোমাই-ভাগিনৰ যি প্ৰাণৰ-টান-মৰম-চেনেহ-ভাল-পোৱা ত্যাগ-কষ্ট স্বীকাৰ, পশ্চিমীয়া দেশত তেনে নহয়। আজিৰ আৰ্থিক জগতৰ সেইবোৰ দেশত মাক-বাপেক বুঢ়া হলেও পুতেক বা জী-জোৱাঁইৰ ঘৰত থকা দস্তুৰ নহয়। পুতেক জীয়েকেও বুঢ়া-মাক-দেউতাকক ঘৰত নাৰাখে। এই বুঢ়ালোক সকলৰ ৰক্ষণাবেক্ষণৰ ভাৰ ৰাষ্ট্ৰীয় চৰকাৰৰ। সেই কাৰণে—এওঁলোকৰ যত্ন লবলৈ যদি কোনো স্বেচ্ছাসেবক বা সেবিকা আগবাঢ়ি নাহে তেন্তে অইনে বা ৰাষ্ট্ৰই কিমান সাহায্য কৰিব? বুঢ়া বয়সত খোজকাঢ়িব নোৱাৰা হলে—জীৱটো থাকে মানে—এওঁলোকৰ বৰ কষ্ট হয়। সেই কষ্ট নিবাৰণ কৰিবলৈ বিলাতৰ মহিলাসকলে স্বেচ্ছাসেৱাৰে মানৱ সেৱা কৰে এই ওল্ড পিপ'লস্ হোমবোৰত। বিলাতত চৰকাৰে বাৰ্দ্ধক্য পেঞ্চন দিয়ে।

দেশত যুঁজবাগৰ হলে—ওমেনস্ ভলাণ্টৰী চাৰ্ভিস্ অগ্ৰগণ্য। তেওঁলোকৰ হস্পিতেলত কত ৰকমৰ বেমাৰী থাকে?

যথা বলিয়াৰ পৰা নানা বেমাৰীলৈ। হয়তো খবৰ কৰোতা কোনো আত্মীয় স্বজন নাই। সেই ৰোগক্লিষ্ট লোকক এষাৰি সাদৰী মাত লগাই আহে এই স্বেচ্ছাসেৱিকাৰ সভ্যাসকলে। লণ্ডন চহৰত কত যান বাহন! ৰাষ্টাবোৰ জনতাৰ সাগৰ লোকে-লোকাৰণ্য। সেইদেশত যিবোৰ কণা অন্ধ বা বিকলাঙ্গ লোক আছে তেওঁলোকক বাট দেখুৱাই লৈ যাব লাগে তেওঁ-লোকথকা ভিন ভিন ঠাইলৈ। বিকলাঙ্গ হলেতো কিবা এটাত ভৰ দিহে খোজ কাঢ়িব যাব পাৰে। নহলেতো অইন উপায় নাই। এই লেখিয়া লোকক এই স্বেচ্ছাসেবিকাৰ দলে—সেৱা শুশ্রূষা কৰে।

মোটৰ ওপৰত সমাজৰ জনহিতকৰ সকলো প্ৰকাৰ কামতে লণ্ডনৰ ওমেন্‌স্ ভলাণ্টৰী চাৰ্ভিস পোৱা যায়। এই মহিলা-সকলৰ এই অনুষ্ঠানটিয়ে সমাজকল্যাণ কামত যি অৰিহনা যোগাইছে সি এক অভিনৱ অৱদান।

## ( ২ )

## লণ্ডন চহৰৰ জাবৰ-জোঁথৰবোৰ

ইংলণ্ডৰ স্বায়ত্ত-শাসনৰ প্ৰশাসনীয় প্ৰশিক্ষণ লওঁতে লেখকে প্ৰশিক্ষণ সম্বন্ধত তাৰ স্থানীয় স্বায়ত্ত-শাসনৰ প্ৰশাসনৰ অধীনত থকা চাফা বিভাগলৈও গৈছিল। স্থানীয় প্ৰশাসনীয় কৰ্তৃপক্ষৰ স্বকীয়া 'ক্লিনজিং ডিপাৰ্টমেণ্ট' আছে। বাস্তৱক্ষেত্ৰত,

প্ৰশিক্ষণ লাভ কৰি অৰ্জ্জা অভিজ্ঞতা সুকীয়া। সেই বিষয়বস্তু সাধাৰণ হলেও তাৰ এটি চমু বিৱৰণ তলত দিয়া হ'ল।

আমাৰ দেশত তথা গাওঁবোৰত জাবৰ-জোঁথৰৰ দ'মবোৰ গাৰঁৰ বাটৰ মূৰত দেখিবলৈ পোৱা যায়। নগৰত সেইবোৰ 'দাষ্টবিন' অৰ্থাৎ আবৰ্জ্জনা পেলোৱা বাটৰ কাষত থকা ডাঙৰ ডাঙৰ টিনত পেলায় জমাদাৰৰ মানুহে সেইবোৰ চাফা কৰে। বিলাতৰ মানুহবিলাকে জাবৰ-জোঁথৰবোৰ একোটা টিন্‌ত গোটাই ৰাখে। ৰাতি পুৱালেই সেই টিন্‌বোৰ প্ৰত্যেকেই নিজৰ নিজৰ দুৱাৰমুখত ৰাস্তাৰ দাঁতিত থৈ দিয়ে। তাৰ স্থানীয় স্বায়ত্ত শাসনৰ প্ৰশাসনৰ অধীনত থকা ক্লিনজিং ডিপাৰ্ট্‌মেণ্টে ( Cleansing Department ) সেই টিনবোৰৰ পৰা জাবৰ-জোঁথৰবোৰ ট্ৰাকত লৈ যায়। জাবৰ-জোঁথৰ বুলিলে তাৰ বন বা শুকান ঘাঁহনি নুবুজায়। কাৰণ, আমাৰ দেশৰ দৰে, তাত বন বা শুকান ঘাঁহনিৰ জাবৰ নাই। জাবৰ-জোঁথৰবোৰ হ'ল—যেনে, শাকপাচলিৰ অলাগতিয়াল ঠাৰি, কবি-মূলাৰ বুঢ়া পাত, চালগুম, ৰঙালাওৰ বাকলি, পিয়াজৰ বাকলি, মাছৰ কাঁইট আৰু বাকলি, মাংসৰ হাড়, ফটা কাগজ, চাহ তৈয়াৰ কৰি পেলাই দিয়া সিজোৱা চাহপাতবোৰ, বটলৰ টিনৰ মুখ বা ঠিলা, ইত্যাদি। লণ্ডনৰ ৯০ লাখ জনসংখ্যাৰ বাসস্থানৰ দুৱাৰ মুখে মুখে এনেকৈ টিনবোৰত গোটাই থোৱা জাবৰ-জোঁথৰবোৰ চাফা বিভাগৰ কৰ্ম্মচাৰীয়ে ট্ৰাকত কঢ়িয়াই চাফা বিভাগত দিয়ে গৈ। কোনোৱে প্ৰশ্ন কৰিব পাৰে যে

স্থানীয় স্বায়ত্ত-শাসনৰ প্ৰশাসনৰ অধীনত থকা চাফা বিভাগে এই জাবৰ-জোঁথৰবোৰ নি কি কৰে? তাৰ উত্তৰত হয়তো এইটো পাব পাৰে যে সেইবোৰ নি পুৰি পেলায়, নতুবা টেমছ্ নদীত পেলাই দিয়ে যাতে সেইবোৰ সাগৰৰ বুকুত লয় যায়। নহলে এই জাবৰ-জোঁথৰবোৰ যদি চাফা বিভাগে লৈ নগ'ল-হেঁতেন নতুবা বাসিন্দাসকলৰ প্ৰত্যেকেই বাসস্থানৰ দুৱাৰ-মুখত টিন্‌ত সুন্দৰকৈ গোটাই নাৰাখি এনেই পেলাই দিলেহেঁতেন, তেন্তে গোটেই লণ্ডন চহৰখন জাবৰ-জোথৰ আৰু আবৰ্জনাৰে ভৰপূৰ হ'লহেঁতেন। কিন্তু তাৰ অধিবাসী-সকলৰ এজনেও এটুকুৰা ফটা কাগজ ৰাস্তাত নেপেলায়। জাবৰ-জোঁথৰ বা ফটা কাগজবোৰ ঠিকভাবে ৰাখি টিন্‌তহে ৰাখি থয়। তেনে কৰাৰ ফলত গোটেই লণ্ডন চহৰখন চাফ্-চিকুণ হৈ থাকে। লণ্ডনৰ ৰাস্তাৰ চাইন্‌বোৰ্ডত লিখি থোৱা আছে—গ্ৰেটবৃটেইনখন পৰিষ্কাৰ পৰিপাটিকৈ ৰাখা। (Keep Great Britain neat and tidy.) সেই কাৰণেই হবলা গ্ৰেট বৃটেইনৰ অধিবাসীসকলে তেওঁলোকৰ ঘৰ-দুৱাৰ, আলি-পদূলি চাফ্-চিকুণকৈ ৰাখে আৰু বস্তু-বাহানিও পৰিপাটিকৈ থয়। এতেকে লণ্ডন চহৰ সদায় চাফ্-চিকুণ আৰু পৰিপাটি।

লণ্ডন চহৰৰ জাবৰ-জোঁথৰবোৰ স্থানীয় প্ৰশাসনীয় কৰ্তৃপক্ষৰ ক্লিনজিং ডিপাৰ্টমেণ্টে ট্ৰাকত কঢ়িয়াই নি পোনে-পোনে টেমছ্ নদীৰে সাগৰৰ বুকুত নেপেলায়। চাফা বিভাগত সেইবোৰ ভিনে ভিনে বাছি উলিওৱা হয়। যেনে—ধাতুৰ যি

বিলাক বস্তু সেইবোৰ চুম্বকৰ বিভাগকাৰী যন্ত্ৰেৰে ( Magnetic Separator ) ধাতুৰ বস্তুবোৰ বাছি উলিওৱা হয়।

এই জাবৰ-জোঁথৰবোৰ যন্ত্ৰৰ সহায়ত জাৰি-জোকাৰি লোৱা হয়। তেনে কৰাত (১) যিবোৰ বালি-ধূলি থাকে সেইবোৰ তলত পৰে। (২) ধাতুৰ বস্তুবোৰ—যেনে, টিন্-লোৰ বস্তুবোৰ এফলীয় হৈ ওলাই যায়। (৩) বেয়া-পাতল-ফটা কাগজবোৰ বেলেগে উলিয়াই দ'ম কৰি ৰখা হয়। (৪) কাগজৰ ডাঠ বকলাবোৰ, পিচবোৰ্ডবোৰ বেলেগে বাছি উলিওৱা হয়। (৫) শাকপাচলিৰ পাত-বাকলি আৰু ঠাৰিৰ টুকুৰাবোৰ বেলেগকৈ বাছি উলিওৱা হয়। (৬) মাছৰ মূৰ, ফিচা, হাড় আৰু কাঁইটবোৰ বেলেগ কৰা হয়। ইত্যাদি।

(১) জাৰি-জোকাৰি উলিওৱা বালিবোৰ ইটা তৈয়াৰ কৰাত ব্যৱহাৰ কৰা হয়। কাৰণ লণ্ডন চহৰত মাটি বা বালি য'তে ত'তে পোৱা কঠিন।

(২) ধাতুৰ বস্তু, যেনে বটলৰ টিনৰ মুখ বা ঠিলা যদি কোনো কামত নাহে তেন্তে সেইবোৰ পেলাই দিয়া হয়। চুম্বক লোৰ যন্ত্ৰেৰে জাবৰ-জোঁথৰৰ মাজত থকা ধাতুৰ বস্তুবোৰ বাছি উলিওৱাৰ পাচত উপৰোক্ত বাকী বস্তুবোৰ অইন প্ৰকাৰে ব্যৱহাৰ কৰা দেখা যায়।

(৩) জাবৰ-জোঁথৰৰ মাজৰ পৰা বাহিৰ কৰি উলিওৱা বেয়া পাতল কাগজবোৰ কাগজৰ কাৰখানাত, পেপাৰ মিলত দি তাৰ পৰা এবিধ 'টয়লেট পেপাৰ' তৈয়াৰ কৰা হয়।

সেইবিধ কাগজ ‘টয়লেট পেপাৰ’ পায়খানা কৰি উঠি ইংৰাজ-সকলে পানীৰ সলনি ব্যৱহাৰ কৰে।

(৪) কাগজৰ ফটা-চিৰা ডাঠ বকলাবোৰ কাগজৰ কাৰখানাত দি ‘পিচবোৰ্ড’ তৈয়াৰ কৰা হয়। সেই ডাঠ-কাগজবোৰ ভিন্ ভিন্ বাণিজ্যিক আৰু ব্যৱসায়িক অনুষ্ঠানৰ “পেকিং ডিপাৰ্টমেণ্টত” বিক্ৰী কৰা হয়।

৫। শাক-পাচলিৰ টুকৰাবোৰ সিজোৱা হয়। সেইবোৰ পাঁচ পাউণ্ড পাত্ৰৰ পৰা দহ পাউণ্ড ধৰা পাত্ৰত ভৰাই ভিন্ ভিন্ ওজনৰ পাত্ৰত সিজোৱা শাক-পাচলিৰ টুকুৰাবোৰ সাজু কৰি ৰখা হয়। এইবোৰ বিলাতৰ পশুপালন আৰু চৰাই পোহা পামবোৰলৈ পঠোৱা হয়। সেই পশুপালন পাম-বোৰত সেইবোৰ বিক্ৰী কৰা হয়।

(৬) মাছৰ মূৰ, ফিচা, কাঁইট আৰু হাড়বোৰ সেই অঞ্চলৰ বাসিন্দাসকলৰ পোহনীয়া জন্তু পেট্‌স্ মৰমৰ জন্তু যেনে—কুকুৰ-মেকুৰী-প্ৰভৃতিৰ খাদ্য স্বৰূপে ব্যৱহাৰ কৰা হয়।

লণ্ডনৰ জাবৰ-জোঁথৰবোৰৰ পৰাও স্থানীয় স্বায়ত্ত-শাসন প্ৰশাসনে তাৰ চাফা বিভাগৰ জৰীয়তে যথেষ্ট ধন উপাৰ্জ্জন কৰি আয় কৰে আৰু সেই জাবৰ-জোঁথৰবোৰ যথানিয়মে সৎব্যৱহাৰ কৰে। শিল্পোন্নত দেশ ইংলণ্ডৰ লণ্ডন চহৰত জাবৰ-জোঁথৰ-বোৰৰ এনেকৈয়ে সৎব্যৱহাৰ হয় আৰু চহৰৰ বাকী আবৰ্জ্জনাবোৰ টেমছ্ নদীৰে সাগৰৰ বুকুত পেলাই দিয়া হয়।

( ৩ )

# বিলাতৰ গাৱঁত খেৰী-ঘৰ

লোকসমাজ বিকাশৰ উদ্দেশ্যে গাওঁৰ ঘৰুৱা শিল্পবোৰ জীয়াই ৰাখিবলৈ বিলাতত কেনেকুৱা চেষ্টা চলায় তাক জানিবলৈ আমি যেতিয়া বিলাতৰ গাৱঁত থাকি কেম্প কৰি গাওঁবোৰ চাই ফুৰিছিলো তেতিয়া 'কোৰি' নামক এখন গাৱঁলৈ গৈছিলো। তাত দেখিছিলো খেতিৰ-পামৰ ঘৰ আৰু গাৱঁৰ মানুহে বসতি কৰা বেছি সংখ্যক ঘৰেই খেৰৰ। আমাৰ যেনেকৈ গাৱঁত খেৰৰ ঘৰ আছে তেনেকৈ বিলাতৰ কোনো কোনো গাওঁতো খেৰৰ ঘৰ দেখিবলৈ পোৱা যায়। অসমত সাধাৰণতঃ উলূখেৰ আৰু বিৰিণাখেৰ হয় আৰু সেইবোৰেৰে ঘৰ সাজে। ঘৰৰ চালত সাধাৰণত এই খেৰেই ব্যৱহাৰ কৰে। বিলাতত হলে, খেৰৰ ঘৰৰ চালত তিনি ৰকমৰ বিশেষ খেৰ ব্যৱহাৰ কৰা দেখা যায়। যেনে—(১) দীঘল খেৰ, (২) গোম্‌ধানৰ নৰা, (৩) নৰফ'ক নৰা। প্ৰথম দুবিধ আচলতে গোম্‌ধানৰ নৰা আৰু তৃতীয় বিধ হ'ল জলীয় উদ্ভিদ্। ই এবিধ সৰু সৰু খাগৰিৰ নিচিনা। ইংলণ্ডৰ যুক্তৰাজ্যৰ বহু ঠাইত ইয়াক হোৱা দেখা যায়। বিশেষকৈ 'নৰফ'ক বোৰ্ড'ৰ ( Norfolk Board ) ওচৰত ই বেছিকৈ হয়। এই তিনিবিধ খেৰ-জাতীয় উদ্ভিদৰ ভিতৰত, নৰফ'ক খাগৰি বেছিদিন টিকে আৰু বহুতৰ মানত এই নৰফ'ক

খাগৰি দেখিবলৈ মনোহৰ। 'কোৰ্বি' গাওঁত যেতিয়া এজন ইংৰাজে ঘৰৰ চাল ছেই আছিল তেতিয়া লেখকে তেওঁৰ পৰা এইটো জানিছিল যে খেৰবোৰেৰে চাল ছেৱাৰ আগতে, সিহঁতক যন্ত্ৰৰ সহায়ত ৰাসায়নিকভাৱে পৰিষ্কাৰ কৰা হয় তাৰ দ্বাৰা এইটো বুজায় যে ইংলণ্ডৰ যুক্তৰাজ্যৰ নিচিনা শিল্পোন্নত দেশতো, তেওঁলোকৰ গাৱঁত এই যে ঘৰুৱা গাৱঁলীয়া খেৰৰ শিল্প আছে, সেই ঘৰুৱা শিল্পক এতিয়াও জীয়াই ৰাখিবলৈ বিশেষ চেষ্টা চলাই আছে।

অসমত খেৰৰ মহল অনেক আছে। তাত উলূৱনি খেৰ নতুবা বিৰিণা খেৰেই যথেষ্ট। কিন্তু বিলাতত যেনেকৈ খেৰ-বোৰৰ যত্ন লোৱা হয় আৰু গাৱঁত থকা এই খেৰৰ শিল্পৰ উন্নতিৰ বাবে যি ৰকমৰ চেষ্টা চলোৱা হৈছে আমাৰ অসমত এই খেৰৰ শিল্পৰ উন্নতিৰ কাৰণে ঠিক তেনেকুৱা চেষ্টা-প্ৰচেষ্টা চলোৱা নাই যেন লাগে। আশাকৰোঁ, আমাৰ অসমৰ বনবিভাগে গাৱঁৰ এই খেৰৰ শিল্পৰ উন্নতিৰ বাবে গভীৰভাৱে চিন্তা কৰিব। সদৌ অসমত থকা খেৰৰ মহলবোৰ যদি সঁচাকৈয়ে ভালভাৱে ৰাখি খেৰ উৎপাদন কৰাত চৰকাৰৰ তৰফৰ পৰা আশাশুধীয়া চেষ্টা চলায়, তেন্তে আশু ভৱিষ্যতত ই এটি অতি অৰ্থকৰী সুন্দৰ শিল্প হৈ উঠিব যে তাত কোনো সন্দেহ নাই।

## ৰং-ধেমালিৰে জাতীয় চৰিত্ৰ গঠন

'সমাজ উন্নয়নৰ ভূমিকাত গাওঁপঞ্চায়ত' এই বিশেষ বিদ্যাৰ প্ৰবন্ধ আৰু আগৰ অধ্যায়ত উল্লিখিত তত্ব আৰু পৰামৰ্শবোৰ ইনষ্টিটিউট্ অফ্ এডুকেশ্যনৰ সমাজ উন্নয়নৰ তত্ত্বালয়ত বিশেষভাৱে আলোচনা হোৱাৰ পাচত ছুপাৰভাইজৰ অব্ ষ্টাডিজে বিশেষ সন্তুষ্ট হৈ, আমি ইংলণ্ডৰ স্বায়ত্ত-শাসনৰ প্ৰশিক্ষণ লোৱাৰ ইচ্ছা প্ৰকাশ কৰি কৈছিল "মিষ্টাৰ ভাগৱতী, আপুনি স্বায়ত্ব শাসনৰ প্ৰশিক্ষণ লোৱাটো বাঞ্ছা কৰোঁ। ইংলণ্ডৰ স্বায়ত্ব শাসন-প্ৰশাসনীয় প্ৰশিক্ষণৰ চীটৰ বাবে যদিও মই আপোনাক গ্যাৰাণ্টি দিব নোৱাৰোঁ; তথাপি আপোনাৰ বাবে যি কৰিব পাৰোঁ সেই খিনি চেষ্টা নিশ্চয় কৰিম।" আমাৰ দেশত দুইপক্ষৰ গ্যাৰাণ্টি দিয়াৰ চুক্তি নহৈ কেৱল বুজা বুজিৰ ওপৰত লিখিত দলিল পাইও যদি কোনোৱে কামত আগবাঢ়ে তেন্তে তাৰ পৰিণতি যে ভাল নহয়, তাক নকলেও হয়। কিন্তু ইংৰাজ সাহাব সকলে কোনো প্ৰতিশ্ৰুতি নিদি, যদি কেৱল চেষ্টা কৰিব বুলিও কয় তেন্তে লিখিত কাগজ পত্ৰ নাপালেও, বিলাতত সেই কথাৰ ওপৰতে পৰস্পৰে বহুখিনি নিৰ্ভৰ কৰিব পাৰে। সেই কাৰণে হবলা আমাৰ ছুপাৰ-ভাইজৰ অব ষ্টাডিজে লণ্ডনত থকা ভাৰতৰ উচ্চায়ুক্তলৈ আমাৰ উক্ত প্ৰশিক্ষণৰ সুবিধাৰ বিষয় লিখা লিখি কৰিছিল।

তাৰ ফলত ভাৰতৰ হাইকমিশ্যনাৰৰ সৌজন্যত ( Traintng in Local Government Administratıon in England ) লেখকৰ ইংলণ্ডৰ স্বায়ত্ত-শাসনৰ প্ৰশাসনীয় প্ৰশিক্ষণৰ বন্দৱস্ত হৈছিল।

ইংলণ্ডৰ স্বায়ত্ত-শাসনৰ প্ৰশিক্ষণ লোৱা কালত 'ফাইনেন্স ডিপাৰ্টমেণ্ট'ৰ অডিট' অৰ্থাৎ ধনবিভাগৰ হিচাপ পৰীক্ষা প্ৰসঙ্গত, পৌৰ সভাৰ অধীনত থকা এখন উদ্যানলৈ উক্ত বিভাগৰ অভিজ্ঞ উচ্চ বিষয়া এজনে আমাক গাড়ীত তুলি লৈ গৈছিল। সেই উদ্যানখনৰ নাম আছিল 'ডাউন্ হিল পাৰ্ক'। বিলাতৰ উদ্যান বুলিলে মুক্ত হাওৱা লোৱা বিশ্ৰামৰ বাবে এখন আনন্দ কানন বুলিয়েই সেইদিনালৈ ভাবি আছিলোঁ। যিজনা বিষয়াই সেই উদ্যানলৈ নৈছিল, তেখেতে উদ্যানৰ মাজত আছুতীয়াকৈ ৰখা যাতায়াতৰ আদৰ্শ অঞ্চল 'মোডেল ট্ৰাফিক্ এৰিয়া' ( Model traffic Area ) এটিত আমাক মটৰৰ পৰা নমাই দিছিল।

তেতিয়া তাত দেখিছিলোঁ এঘাৰ ( 11 Plus ) বছৰৰ ওপৰৰ ল'ৰা-ছোৱালীহঁতৰ প্ৰত্যেকে চাৰি পেনিকৈ দি একোটা একোটা টিকট লবলৈ ধৰিছিল। টিকট কিনোতে ল'ৰা-ছোৱালীহঁত এটাৰ পিচত এটাকৈ থিয়হৈ টিকট কিনিছিল। যি আগে আহি টিকট কটা ঘৰৰ খিৰীকিৰ ওচৰত থিয় হৈছিল, তেওঁ আগে টিকট কিনিছিল। টিকট লোৱাৰ পাচত ল'ৰা-ছোৱালীহঁত বাইচাইকেল জমাকৈ থোৱা ঘৰ এটাৰ সমুখত

থিয় হৈছিলগৈ। সেই ঘৰত ল'ৰা-ছোৱালীহঁতক বাইচাইকেল দিয়া এজন মানুহ আছিল। ল'ৰা-ছোৱালীহঁতৰ প্ৰত্যেক নিজৰ নিজৰ টিকটি দিছিল আৰু মানুহজনৰ পৰা এখন বাইচাইকেল লৈছিল। এনেকৈ এজনৰ পিচত এজনে টিকট দিছিল আৰু বাইচাইকেল একোখন লৈ ওলাই আহিছিল। এই বাইচাইকেলবোৰ লৈ আহি ল'ৰা-ছোৱালীহঁতে 'মডেল ট্ৰেফিক্ এৰিয়া' অৰ্থাৎ যান-বাহনৰ যাতায়াতৰ আদৰ্শ অঞ্চল এটিত প্ৰত্যেকে চাইকেল লৈ থিয় হৈছিল হি। এইযে যান-বাহনৰ যাতায়তৰ আদৰ্শ অঞ্চল বোলা হৈছে, তাত 'বাইচাইকেল' যাবলৈ অৰ্থাৎ চহৰত যান-বাহন যোৱা ৰাস্তা এটি নমুনা হিচাপে সেই ঠাইখিনিত বনোৱা হৈছিল। সেই ৰাস্তাৰ দুয়ো দাঁতিত পদযাত্ৰী যাবলৈ দুই পিনে পদ-পথ ও তৈয়াৰ কৰা হৈছিল। সেই যান-বাহন যোৱা ৰাস্তাৰ এক ফাৰ্লং আঁতৰে আঁতৰে অছিল ট্ৰেফিক্ লাইট্ যান-বাহন নিয়ন্ত্ৰণ কৰা বিজুলী চাকি। সেই চাকিবোৰৰ ৰঙা, হালধীয়া, সেউজীয়া পোহৰৰ দ্বাৰা বাইচাইকেলত চৰি ফুৰা ল'ৰা-ছোৱালীহঁতৰ গতি নিয়ন্ত্ৰণ কৰা হৈছিল।

বাই চাইকেলেৰে তেনেকৈ ফুৰা লৰা-ছোৱালীহঁতে সেই চাৰি পেনিৰ টিকটেৰে এবাৰত মাত্ৰ এঘণ্টা কালহে উক্ত যান-বাহনৰ যাতায়াতৰ আদৰ্শ অঞ্চলত ফুৰিব পাৰিছিল। ঠিক এঘণ্টা সময় হোৱাৰ লগে লগে, লৰা-ছোৱালীহঁতে এঘণ্টা সময় উকলি নৌ যাওঁতেই এক মিনিট বা দুই মিনিট আগেয়ে

নিজৰ নিজৰ বাইচাইকেলবোৰ ফিৰং দিছিলহি। তাৰ পাচত আৰু অইন এচাম লৰা-ছোৱালী আহি আগৰ দৰে এটাৰ পিচত এটাকৈ 'কিউ'ত শাৰীত থিয় হৈ চাৰি পেনিৰ টিকট কিনিছিল আৰু বাইচাইকেল লৈ উক্ত অঞ্চলত এঘণ্টা কাল উমলি নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত চাইকেলবোৰ ঘূৰাই দিছিল। যানবাহনৰ সেই যাতায়াতৰ আদৰ্শ অঞ্চলত এজন ইনস্পেক্টৰ আছিল। যান-বাহন-যাতায়াতৰ আদৰ্শ অঞ্চলত দ্বিচক্ৰযানত আৰোহণ কৰা কালত লৰা-ছোৱালীহঁতে 'ৰুল্ অফ্ দি ৰোড্' ( Rule of the Road ) অৰ্থাৎ ৰাস্তাত চলা-ফিৰা কৰা নিয়ম ভঙ্গ কৰিছে, নে লৰা-ছোৱালীহঁতে যান-বাহন যাতায়াতৰ আদৰ্শ অঞ্চলত ৰাস্তাৰ নিয়ম মানি চলিছে, এওঁ তাক লক্ষ্য কৰিছিল। সেই বাইচাইকেল যোৱা ৰাস্তাৰ চোকত যান-বাহনৰ গতি নিয়ন্ত্ৰণ কৰিবলৈ 'ট্ৰেফিক্ লাইট'ৰ বন্দবস্ত আছিল। যেতিয়া যিপিনে ৰঙা চাকি জ্বলিছিল, তেতিয়া সেইপিনে যান-বাহনবোৰ বন্ধ হৈছিল। যেতিয়া হালধীয়া চাকি জ্বলিছিল ৰঙা চাকিৰ পোহৰ দেখি বন্ধ হৈ থকা যাত্ৰীয়ে আকৌ আগবাঢ়ি যাবলৈ সাজু হৈছিল। হালধীয়া চাকি নুমাই যেতিয়া সেউজীয়া চাকি জ্বলি উঠিছিল, তেতিয়া যান-বাহনবোৰ যাবলৈ ধৰিছিল। এনেকৈ তিনি বিধ বিজুলী চাকিৰে সেই ৰাস্তাৰ যান-বাহন নিয়ন্ত্ৰণ কৰা হৈছিল। তাত পদযাত্ৰী পাৰ হোৱা চিহ্নও ( Beacon line ) বিকন লাইন আছিল। অৰ্থাৎ সেই নমুনাৰ ৰাস্তাটোৰ ওপৰত, কোনো

কোনো ঠাইত জেব্ৰা জন্তুৰ গাৰ বৰণৰ দৰে দাগ দিয়া আছিল। পদ যাত্ৰীয়ে যেতিয়া সেই ৰাস্তা পাৰ হব লাগিছিল, সেই 'ৰিকন্' লাইনে'ৰে চিহ্নিত ঠাইৰ ওপৰেৰেহে পাৰ হৈছিল।

লৰা-ছোৱালীহঁতে বাইচাইকেল চলাওঁতে সেই নমুনাৰ ৰাস্তাত যেতিয়া ট্ৰেফিক লাইটৰ ৰঙা চাকিৰ পোহৰ পৰিছিল তেতিয়া সিহঁত য'তে আছিল তাতে থামি গৈছিল। আকৌ যেতিয়া হালধীয়া চাকিৰ পোহৰ পৰিছিল তেতিয়া বাইচাইকেলৰ 'পেডেল'ত অৰ্থাৎ ভৰি দিয়া ঠাইত ভৰি ৰাখি, আগুৱাই যাবলৈ সাজু হৈছিল। শেষত যেতিয়া সেউয়া পোহৰৰ চাকিৰ পোহৰ পৰিছিল, সিহঁতে দুগুণ উৎসাহেৰে বাইচাইকেলত উঠি ৰং মনে আগবাঢ়িছিল।

'বাইচাইকেল' দ্বিচক্ৰ যান। লৰা-ছোৱালীহঁতে উক্ত যাতায়াতৰ আদৰ্শ অঞ্চলত বাইচাইকেলেৰে আনন্দেৰে খেলে। ৰং ধেমালি কৰে। সেই 'ডাউন্ হিল পাৰ্ক'ৰ উক্ত অঞ্চলত যদি আমাৰ লেখিয়া দৰ্শক উপস্থিত হয় আৰু বাইচাইকেল আৰোহণকাৰীয়ে যদি পদযাত্ৰীৰ তেনে দৰ্শকক ৰাস্তা পাৰ হোৱা ঠাইত লগ পায়, তেন্তে তেওঁ লাহে লাহে বাইচাইকেল চলাই আহি তাত থামি হাঁহি মুখে পদযাত্ৰীক ৰাস্তা পাৰ হবলৈ ইঙ্গিত দিয়ে। এনেকৈয়ে লৰা-ছোৱালীহঁতে তাত প্ৰায় এমাইল ৰাস্তাত বাইচাইকেলত উঠি পৰস্পৰে আনন্দৰে ঘূৰি ফুৰে এঘণ্টাকাল।

আমি দেখিছিলোঁ সেই পাৰ্কত উপস্থিত থকা সময়ত ৩০০ ( তিনিশ ) জন লৰা-ছোৱালীয়ে একে সময়তে তাত চাৰি পেনিৰ টিকট লৈ এঘণ্টাৰ নিমিত্তে বাইচাইকেলেৰে উমলি ফুৰিছিল। এঘণ্টা সময় উকলি নৌযাওঁতে তাৰ ২।১ মিনিট আগতে বাইচাইকেলবোৰ লৰা-ছোৱালীয়ে নিজে নিজে ফিৰৎ দিছিল। তাৰ পৰা প্ৰতি ঘণ্টাত সেই পাৰ্কত প্ৰায় ৫ পাউণ্ড অৰ্থাৎ সত্তৰ টকা উপাৰ্জ্জন হৈছিল। এতেকে দেখা যায় উক্ত পাৰ্কবোৰৰ পৰাযে কেৱল তাৰ স্বায়ত্ব শাসন প্ৰশাসনৰ যথেষ্ট আয় হয়—এনে নহয়। লগতে ধেমালিৰ চলেৰে লৰা-ছোৱালীহঁতে টিকট কিনোতে, বাইচাইকেল লওঁতে শিকে ডিচিপ্লিন্ অৰ্থাৎ নিয়মানুবৰ্ত্তিতা। আৰু এঘণ্টাকাল নিৰ্দ্দিষ্ট সময়ৰ ভিৰতৰ বাইচাইকেলখন যে ঘূৰাই দিয়েহি, তাৰ পৰা শিকে পাঙ্কুৱেলিটি অৰ্থাৎ নিয়মানুবৰ্ত্তিতা। যাতায়াতৰ আদৰ্শ অঞ্চলত লৰা-ছোৱালীহঁতৰ অকলে যেতিয়া কোনোৱে কোনো নোহোৱাত, বাইচাইকেলত উঠি এমাইল দূৰতো যানবাহন নিয়ন্ত্ৰণৰ বিজুলী-চাকিৰ ঈঙ্গিত মতে ৰাস্তাত চলা-ফিৰাৰ নিয়ম মানি চলে, তেন্তে তাতকৈ অনেষ্টি অৰ্থাৎ সততাৰ আৰু জলন্ত পটন্তৰ একো হব নোৱাৰে। গতিকে সিহঁতে সৰুৰে পৰা খেল-ধেমালিৰ চলেৰে সততা গুণো আয়ত্ব কৰে। অসমৰ লৰা ছোৱালীৰ অন্তৰত এই জাতীয় চৰিত্ৰৰ বীজ ৰোপণ কৰিবৰ উদ্দেশ্যে লেখকে সমাজ উন্নয়ন বিভাগৰ বিশেষ বিষয়া হৈ নিয়োজিত হোৱাৰ পাচত, ইং ১৯৫৯ খৃষ্টাব্দত

তেতিয়াৰ ৰাজ্যিক চৰকাৰৰ উন্নয়ন বিভাগৰ আয়ুক্তৰ ওচৰত এটি স্কীম অৰ্থাৎ আঁচনি পেশ কৰিছিল। অনুসন্ধান কৰি জানিব পৰা গৈছিল যে 'টাউন এণ্ড কান্ট্ৰি প্লেনিং মিনিষ্টাৰ অৰ্থাৎ আমাৰ ৰাজ্যৰ নগৰ আৰু দেশ পৰিকল্পনাৰ মাননীয় মন্ত্ৰী মহাশয়ৰ নিৰ্দ্দেশত এই বিষয় তেতিয়াৰ গুৱাহাটীৰ মিউনিচিপ্যালিটীৰ চেয়াৰমেন্ ডাঙৰীয়ালৈ কিবা হেনো লেখা-লেখি কৰা হৈছিল। ইং ১৯৫৯ খৃষ্টাব্দৰ স্কুলীয়া লৰা-ছোৱালীৰ বহুসংখ্যকেই এতিয়া কলেজীয়া ডেকা—আমাৰ অসমৰ তৰুণ-তৰুণীৰ দল। তেওঁলোকে বিগত বছৰ কেইটিত ছাত্ৰাৱস্থাত নিয়মানুবৰ্ত্তিতা, সময়ানুবৰ্ত্তিতা আৰু সততা ৰং-ধেমালিৰ চলেৰে অভ্যাস কৰি আহিলে, এতিয়া ভাৰতৰ বৰ্ত্তমান পৰিস্থিতিত বিশেষ বৰঙনি যোগাব পাৰিলোহেঁতেন। অসম ৰাজ্যৰ ছাত্ৰ-ছাত্ৰী ডেকা-গাভৰুই দেশপ্ৰতিৰক্ষাত বৰ্ত্তমানে যি বৰঙনি যোগাইছে সিও এক বিৰাট অৱদান। তথাপি আমাৰ বিশ্বাস যে উক্ত গুণবোৰ সদায় অভ্যাস কৰি থকা-হেঁতেন কিছু আগধৰি সাজুহৈ থকাৰ দৰে হলহেঁতেন আৰু সেই আঁচনি ইতিমধ্যে কাৰ্য্যত পৰিণত হোৱাহেঁতেন, অসম ৰাজ্যত জাতীয় চৰিত্ৰ গঠনৰ এটি অনুষ্ঠানও প্ৰতিষ্ঠিত হল-হেঁতেন। অসম চৰকাৰৰ এই বিষয় দৃষ্টি আকৰ্ষণ কৰাৰ উদ্দেশ্যে* যোৱা ইং ২৪ জুনৰ 'ফ্ৰন্টিয়াৰ টাইমস্'ত লেখকে এই বিষয় এটি প্ৰবন্ধৰে এখনি আঁচনিৰো আভাস দিছিল। সেই আঁচনিৰ পৰা যে স্থানীয় প্ৰশাসনীয় কৰ্ত্তৃপক্ষৰ ভৱিষ্যত

আয় হব পাৰে তাৰো সন্ধান দিছিল। এতিয়া অসম চৰকাৰৰ দ্বাৰা সংৰক্ষিত জীবজন্তু থকা অঞ্চলত 'ঝু এৰিয়া'ত ( Zoo Area ) এই আঁচনি কাৰ্য্যত পৰিণত কৰিলে ৰাজ্যিক চৰকাৰে বছৰি যথেষ্ট ধন আয় কৰিব পাৰে। তদুপৰি অসমৰ লৰা-ছোৱালী তথা দেশৰ ভবিষ্যত বংশধৰসকলে জাতীয় চৰিত্ৰ গঠনৰ আখৰাৰে নিতৌ নৈতিক বলে দেশৰ প্ৰকৃত নাগৰিক হবলৈ সুযোগ পাব। এই প্ৰসঙ্গত আমাৰ ৰাজ্যিক চৰকাৰৰ মাননীয় শিক্ষামন্ত্ৰী আৰু মুখ্যমন্ত্ৰী মহোদয়দ্বয়ৰ দৃষ্টি আকৰ্ষণ কৰিলোহঁক।

এই বিষয় আমাৰ বিলাতৰ অভিজ্ঞতাৰ পৰা ইয়াকে বুজিছিলোঁ যে তাং সৰু সৰু লৰা-ছোৱালীহঁতক বং ধেমালিৰ মাজেৰে শিকোৱা হয় নিয়মানুবৰ্ত্তিতা, সময়ানুবৰ্ত্তিতা আৰু সততা।* এই তিনিটা গুণেই হ'ল পৃথিবীৰ সভ্য জাতি বৃটিছসকলৰ জাতীয় চৰিত্ৰৰ বৈশিষ্ট্য। জাতীয় চৰিত্ৰ গঠনত এই তিনিটা গুণ জগতৰ সকলো সভ্যজাতিৰে অনুকৰণীয়।

—অন্ত—

* OUR YOUNG GENERATION AND MASTER PLAN OF GAUHATI—By Gurudatta Bhagawati—Frontier Times—24-6 62.